ঊনৈশ শ বিয়াল্লিছৰ স্বাধীনতা আন্দোলনৰ আলমত লিখা

কাল্পনিক উপন্যাস

# ৰশ্মিৰেখা




শ্ৰীকৈলাস চন্দ্ৰ গোস্বামী

# লিখকৰ একাষাৰ

এই উপন্যাসখনি লিখা হৈছিল ভালেমান দিনৰ আগতে। স্বাধীনতা আন্দোলন বিষয়ক কিতাপখনি আগতে প্ৰকাশ কৰাৰ বাবে চিন্তা কৰা হৈছিল কিন্তু শুভক্ষণ আহি নোপোৱাত কিতাপখনিয়ে প্ৰেছে প্ৰেছে ঘূৰি কেইবাটাও বছৰ কটাই দিয়াৰ পিছত বাকচৰ তলিত পৰি ৰল। এতিয়া ক্ষণ মিলাত ৰাইজৰ আগলৈ ওলাইছে। এই কিতাপখনিৰ লিখনিসমূহ আজিৰ পাঠক সকলৰ মনপুতঃ নহবও পাৰে কাৰণ এতিয়া অসমীয়া উপন্যাস যথেষ্ট প্ৰকাশ পাইছে আৰু বহুজন খ্যাতিমন্ত লিখকো ওলাইছে। সেই বিলাকৰ মাজত আমাৰ এই সামান্য কিতাপখনি উলিয়াবলৈকে দুখ লগা বিধৰ, তথাপি কিতাপখনি প্ৰকাশ কৰা হল। পাঠক সকলে যদি অকণমানো আদৰ কৰে তেন্তে যত্নৰ সাৰ্থক হ'ব।

মোৰ এই সৰু উপন্যাসখনি মোৰ চাৰিটি কন্যা, শ্ৰীমতী জয়জ্যোতি গোস্বামী শ্ৰীমতী কাব্যজ্যোতি গোস্বামী, শ্ৰীমতী দিব্যজ্যোতি গোস্বামী আৰু শ্ৰীমতী বিশ্বজ্যোতি গোস্বামীৰ হাতত অৰ্পণ কৰিলোঁ।

শ্ৰীকৈলাস চন্দ্ৰ গোস্বামী
ধলৰ সত্ৰ
১৯৮১

## শ্রীকৈলাস চন্দ্ৰ গোস্বামীৰ আন আন কিতাপসমূহ ঃ

১। আলহী ঘৰৰ যাত্ৰী [ উপন্যাস ]
২। জিলিঙনী [ সৰু ল'ৰা-ছোৱালীৰ কিতাপ ]
৩। কণিকা [ সৰু ল'ৰা-ছোৱালীৰ কিতাপ ]
৪। অজ্ঞাত্মিমূসক [ সৰু ল'ৰা-ছোৱালীৰ কিতাপ
৫। পঞ্চ স্থৰীয়া [ পাঁচখন সৰু নাটকৰ সমষ্টি ]

## ॥ এক ॥

মা! তইঁতি মোক বিয়া দিবলৈ মন নকৰিবি। সেউত্তাক কৈ দিবি, ককাইদেউহঁতকো কৈ দিবি বুলি অকণাই বি. এ. পাছ কৰি উঠালৈকে কাকো বিয়া নকৰায়। তইঁতৰ অন্যকথা নাই আৰু— "বিয়া কৰা—বিয়া কৰা।"

"তিৰোতা বুলিলে আৰু সেইটো আছেই, তিৰোতা লতা-পুৰুষ গছ। গছৰ আশ্রয় নল'লে তিৰোতাৰ জীৱন বৰ বিপদজনক। তইতো এতিয়া সৰু ছোৱালী নহয় যে বুজাব লাগে। তোৰ এতিয়া আমাক বুজাব পৰা অৱস্থা তেনেস্থলত তোক আমি কি বুজাম। মানুহ ঘৰো বেছ ভাল। বাগিচাও আছে দুখন, ইফালেও সিয়েই বৰ পুতেক। ভৱিষ্যতে গোটেই সম্পত্তিৰ মালিক হৈ পৰিব সিয়ে। তেনে এঘৰ মানুহ পায়ো তই ইবোৰ-সিবোৰ নকৰিবি অকণা।"

"তইঁতি সেইবোৰ নকৰি। এনে ভাল মানুহ ঘৰ পালেগৈ চহকী মানুহ হ'লেই তইঁতৰ মনত আৰু আন একো নালাগে। ধনে মানুহক কি কৰিব পাৰে! মানুহক সিহঁতে মানুহ যেনেই দেখেখে, বাক সেইবোৰ নালাগে মই মুঠতে এতিয়া বিয়া নকৰাওঁ।"

অকণাই কুটি খোৱা কৰি আৰু আলুখিনি থুই দৈ মাকে চকুত বহাই দি হেঁতাখনেৰে ইলুটি-সিলুটি কৰি দিয়ে।

"তই যদি সন্মত নহৱ দেউতাৰে কিন্তু বৰ আঘাট পাব, মই কৈছো। ঘৰখনৰ ভিতৰত মাখোন এজনী ছোৱালী, পঢ়া-শুনাও যথেষ্ট হ'ল মাইকী ছোৱালীয়ে বি. এ., এম. এ. পাছ কৰিলেনো কি

হ'ব ? কি বোলে মহৰী কেৰেনী বা হাকিম হৈ ধন ঘটিবিগৈ। ছুটা ককায়েৰে যি ঘটে সেয়ে হ'ব। নীলই এম. এ.-টো পাছ কৰি আহিলেই, দেউতাৰে কোনোমতে কোনো কামত সুমুৱাই দিয়াব। তাৰো বিয়াখন সোনকালে পাতিব লাগে। এটা এটাকৈ লেঠা মাৰি নগ'লে বৰ বিপদ চপাই লোৱাহে হ'ব।"

মাকে কোৱা কথাবোৰ শুনি শুনি অৰুণাই জাবৰবোৰ চপাই বাটি এটাতে ভৰাই লৈ বাহিৰলৈ ওলাই গ'ল। জাবৰখিনি চুৱা-পাতনীলৈ দলি মাৰি দি বাটিটো ধুই পাকঘৰত জাপি থ'লেহি আৰু কিবা-কিবিবোৰ ভাবি ভাবি তাই শোৱা কোঠাটোলৈ সোমাই গ'ল।

"অৰু।"

"দেউতা।"

"এইকালে তামোল এখন দি পঠিয়া অ'।"

অনিচ্ছা সত্ত্বেও তাই আকৌ পাকঘৰৰ ভিতৰলৈ সোমাই আহে। অৰুণমান পানৰটাটোতে কেইখনমান তামোল কাটি ভায়েকৰ হাতত দিয়ে বাহিৰত দি আহিবলৈ। তাই আকৌ তাইৰ শোৱা কোঠা-টোলৈ সোমাই যায়। অলপ একটিয়া হৈ থকা গাকটো টান মাৰি পোনকৈ থৈ এনেয়ে অলপ কাতি হ'ল।

"সেইখন অসমীয়া আজিৰ নে কি অ' অৰুণ" কাগজখন লৈ তাইৰ ওচৰেদি যোৱা ভায়েকক সোধে।

"ওঁ" বুলি শলগাৰ লগে লগে অৰুণে "অসমীয়া"খন অৰুণাক দি যায়। শোৱা পাটিত পৰিয়েই তাই কাগজখন তাইৰ চকুৰ আগত দাঙি ধৰে।

"চাৰি ঠাইত পুলিচৰ গুলিচালনা দহজন নিহত প্ৰায় এশৰো ওপৰ আহত" বুলি ডাঙৰ-ডাঙৰকৈ প্ৰথম পাততে লিখা আখৰ কেইটা তাইৰ চকুত পৰিল। তাইৰ বুকুখন কঁপি উঠে। অলপ খৰখৰকৈ তাই খবৰটো পঢ়ি যায়, তাৰপাছত জাপমাৰি শোৱাৰ-

পৰা উঠি লৰমাৰি গৈ মাকৰ ওচৰ পাই উধাতু খাই মাকক খবৰটো পঢ়ি শুনায়। মাকে দেওপাৰি উঠে।

কাগজখনৰ প্ৰথম পাতটো লুটিয়াই তাই আকৌ দেখে "পুলিচৰ গুলি চলোৱাৰ প্ৰতিবাদ জনাই অসমৰ প্ৰায়বোৰ নগৰতেই হৰতাল। ল'ৰা-ছোৱালীবিলাকে স্কুল-কলেজ বাদ দি শোভাযাত্ৰা কৰি ফুৰিছে। যোৰহাটত, গোলাঘাটত, গুৱাহাটীত ঘটা এনে কথাবোৰ পঢ়ি পঢ়ি তাইৰো অন্তৰখন বিদ্ৰোহী হৈ উঠে। অকণাই অনুমান কৰে তাইৰো তেজবোৰ যেন গৰম হৈ উঠিছে, আৰু যেন বেছি জোৰেৰে চলাচল কৰিছে। নগাঁৱৰ ছোৱালীৰ শান্তি সেনাবাহিনীয়ে কৰা কামবোৰৰ বিৱৰণবোৰ পঢ়ি তাইৰ চকুৰে পানী বৈ যায়। হঠাতে মাকক কৈ উঠে "অ-মা চাচোন ছোৱালীবোৰে কিমান কাম কৰিছে।"

"সেইবোৰ ওভটগোৰে নষ্ট ছোৱালী। দেশ উদ্ধাৰ কৰিবলৈনো ক'ৰবাত ছোৱালী যায় নে? চালীহঁতৰ ঘৰত কাম-বন নাইকিয়া হ'ল।" মাকে বকিবলৈ ধৰিলে। মাকৰ কথাবোৰ অকণাৰ সমূলি ভাল নালাগিল। তাই যেন মাকৰ কথাবোৰৰ প্ৰতিবাদ কৰিব। তাইৰ মনতে খং উঠে। মাকে বকিয়েই আছে। তাই উচাত্ মাৰি মাকৰ কাষৰপৰা আঁতৰি আকৌ শোৱা কোঠা পালেগৈ। বিছনাত শুই পৰি তাই নানান কথা ভাবিবলৈ ধৰিলে। এইবাৰ তাই খপ্‌কৰে উঠি বহা কোঠা পালেগৈ। তাত থকা আলমাৰীটোৰ কিতাপবোৰত চকু ফুৰাওঁতে সুন্দৰ পকাবন্ধা কিতাপ এখন তাইৰ চকুত পৰিল। তাই আলমাৰীটো মেলি কিতাপখন উলিয়াই আনিলে। ওপৰৰ চামৰাখন মেলি দেখে তাত লিখা আছে নামটো—"মাদাৰ"। তলত লিখা আছে—"মেক্সিম গৰ্কী"। বহুত দিনৰ আগতে তাই সেই কিতাপখন পাইছিল। পঢ়ি থাকোঁতে নীলই কিতাপখন গুৱাহাটীৰপৰা আনিছিল। নীলই খুউব ভাললাগিছিল কিতাপখন। তাই কিন্তু ভাল পোৱা নাছিল কিতাপখন, আজি দুবছৰৰ আগুতে। আজি যেন তাই কিতাপখন নতুন কিবা এটা দেখিবলৈ পালে। কিতাপ-

খন লৈ তাই আকৌ বিচনালৈ ঘূৰি আহিল। কিতাপখন মেলি লৈ প্ৰথমে পাতনিখনৰ কেইটামান শাৰী পঢ়িলে। "বৰ সহজ ইংৰাজী" অৰুণাই মনতে ভাবিলে। এইবাৰ কিতাপখন পঢ়িবলৈ তাই মুৰৰপৰা আৰম্ভ কৰি দিলে।

"অৰুণা।"

"ওঁ।" কিতাপৰপৰা মূৰ নডঙাকৈ উত্তৰ দিলে তাই।

"ভাত নাখাৱ জানো ?"

"ওঁ।"

কিতাপখন এৰিবলৈ টান পাই তাই আকৌ মনপুতি পঢ়িবলৈ ধৰে।

"তইনো আজি কিহত লাগিলি অ' এইজনী, ভাত খাবলৈ পাহৰিলি হবলা।"

শোৱা কোঠাত সোমাই অৰুণাক সেইদৰে শুই-শুই কিতাপ পঢ়া দেখি মাকে অলপ খং মুৱাকৈ দাবি দি উঠে।

"এ কিতাপখন বৰ ভাল লাগিছে" বুলি এটা মিচিকিয়া হাঁহি মাৰি পঢ়া-পাতটোৰ চুক এটা ভাঙি চিন ৰাখি কিতাপখন জপাই তাই ভাত খাবলৈ উঠি গ'ল। অৰুণা যোৱাৰ পিছত মাকে কিতাপখন মেলি চালে। মেক্সিম গৰ্কীৰ বুঢ়া ছবিটো। মাকে ছবিখন অলপমান সময় চালে। ছবিটো লুটিয়াই ইটো পাতত কিতাপৰ নামটো ইংৰাজীত লিখি থোৱা দেখিলে কিন্তু বুজিব নোৱাৰিলে।

অলপ পিছতে ভাত খাই উঠি অহাত মাকে অৰুণাক সুধিলে,

"এইখন কি কিতাপ অ' অৰুণা ?"

"এই কিবা নভেল এখন, 'মাদাৰ' নামৰ।"

"কি কথানো লিখা আছে ?"

"বাহিৰাৰ ঘটনা এটা বৰ্ণনা কৰিছে, পিছত ঘটনাটো ক'ম বাৰু, মই এতিয়া পঢ়ি শেষ কৰি লওঁ।"

বিছনাখনতে পৰি তাই আকৌ পঢ়িবলৈ আৰম্ভ কৰিলে।

অলপ পিছতে ককায়েক নীল ক'ৰবাবপৰা আহি পায় আৰু অৰু, অৰুকৈ চিঞৰিবলৈ ধৰে।

"কিহে পায় অ' চিঞৰি থাকিবলৈ" বুলি খেকেচ কৰি কিতাপ-খন বিছনাতে পেলাই থৈ ককায়েকৰ ওচৰ পায়গৈ।

"তই হবলা শুই আছিলি ?"

"তোমাক নো কেলেই, কথা নাই বাৰ্ত্তা নাই খালি চিঞৰি থাকিবা।"

"বাৰু নিচিঞৰো। কাম এটা কৰি দেচোন।"

"কি কামটো কৰিব লগা হ'ল ?"

"ডাঢ়ি খুৰাওঁ, গৰম পানী অকণ আনি দে।"

"বাৰু থোৱা আজি শনিবাৰে ডাঢ়ি খুৰাবলৈ।"

"অ' মা, চোৱাচোন অৰুৱে নিদিয়ে" চিঞৰ মাৰি নীলই মাকক কয়।

"আজি শনিবাৰে ডাঢ়ি খুৰাব খুজিছে মই কেলেই দিম।" অৰুণাই ক'লে।

"মৰক দে সিহঁতে কিবা আমাৰ কথা শুনে নে।" মাকে ক'লে।

"এ এতিয়া তেওঁ ক'লেহে।"

"মৰা তুমিহে মৰিবা আমাৰ কি হ'ব" বুলি থেন্ মেন্ কৰি অৰুণাই গৰম পানী একাপ আনি টেবুলখনৰ ওপৰত থৈ যায়। নীলই ডাঢ়ি খুৰাবলৈ সাজু হৈ ডাঢ়ি খুৰুৱা বস্তুবোৰ উলিয়াই আনে।

"এঁৱা আমাৰ অৰুণা নে কোন, বৰ ভাল ছোৱালী।" ককায়েক নীলই হাঁহি হাঁহি শলাগিলে।

"বাৰু আমাক শলাগিব নালাগে নিজকে শলাগিবা।" অৰুণাই ক'লে।

"এস্ সেইদৰে নো কৰ কেলেই ? আৰু নো কিমান দিন কৰি দিবি, আজি থাকি কালিলৈ তুকং কৰে উৰা মাৰিবিয়েই।"

"এস্ খোৱা।"

অৰুণাই ককায়েকৰ কথাত লাজ পায়। ককায়েকক কৃত্ৰিম দাবি এটা দিয়ে। তাই যেন মনতে অলপ বেয়া পায়। আকৌ কিবাকিবি ভাবৰোৰ আহি তাইৰ মনটো আগুৰি ধৰে। তাৰপৰা লাহেকৈ আঁতৰ হৈ তাই আকৌ কিতাপখন পঢ়া আৰম্ভ কৰি দিলে।

কিছুমান সময় পাৰ হৈ গ'ল।

"ইমান মনোযোগে কি পঢ়িছা হে অৰু?" অনিমা আহি ভিতৰ সোমাই অৰুণাক তেনেকৈ থকা দেখি সোধে।

"অ' অনিমা দেখোন। আহাঁ বহাঁ ইয়াতে। বহুত দিনৰ মূৰত —কাহানি আহিলা?"

"কালি পালোহি। বৰ কষ্ট ট্ৰেইনত। মানুহৰ ইমান ভীৰ।"

"পৰীক্ষা কেনে কৰিলা বাৰু?"

"পাছ কৰিম যেন লাগিছে, ভাগ্যত কি আছে এতিয়া।" কিতাপখন জপাই টেবুলৰ ওপৰত থৈ অৰুণাই ক'লে।

"তোমালোক চোকা ছোৱালী ভাই, পাছ কৰি যাবা, আমাৰ হে এ[illegible] ঠিক নাই।"

"এনে ঠাট্টা কৰিব জানা তুমি" অনিমাই ক'লে।

"কি ঠাট্টা কৰিছো নো, সঁচা কথা কলেও ঠাট্টা কৰা হয় নে?"

"যোৰহাটত এইবাৰ কিমান ছোৱালী আছে হে?"

"কেলেই পঢ়িব খুজিছা নে কি? তোমালোকৰ নিচিনা মানুহে কি পঢ়িবা ভাই আমাৰ তৃতীয়া কলেজত। আমাৰ এতিয়া কলেজেই নাই। থিয়েটাৰ ঘৰতহে ক্লাছ বহিছে। তথাপি এইবাৰ কুৰিজনী মানে আই-এ দিছে।"

"অ' মা" বহি থকাৰপৰাই অৰুণাই মাতে।

"কি হ'ল" মাকে মাতিলে।

"অনিমা আহিছে চাহ একাপ কৰি দিবলৈ সকমলীক কচোন।"

"অনিমানো কাহানি আহিল" বুলি মাকে কোৱাৰ লগে লগে সকমলীক চাহ এপিয়লা কৰিবলৈ হুকুম দি অৰুণাৰ মাক আন এটা কোঠাৰপৰা ওলাই আহিল।

"তোমাৰ ভাল অনিমা" অৰুণাৰ মাকে সুধিলে।

"হয় কোনো মতে আছোঁ আৰু!"

"তুমি এইবাৰ এইৰ লগতে আই-এ দিছা নহয় জানো?"

"হয় দিছোঁ আৰু।"

"পৰীক্ষা কেনে হ'ল পাছ কৰিবা নে?"

"কেনেকৈনো কম আমি তো ভাল বুলিয়েই কওঁ। ভাগ্যত কি আছে ভাগ্য নিয়ন্তাইহে জানে" বুলি কৈ অৰুণা আৰু অনিমা দুয়োজনীয়ে হাঁহি দিয়ে।

"বাৰু বহাদেই অনিমা—কথা বতৰা হোৱা" বুলি কৈ অনিমাৰ মাক আকৌ ভিতৰলৈ গৈ যোৰা পঢ়িবলৈ লাগিল।

অলপ পিছতে সকমলীয়ে দি থৈ যোৱা চাহ পিয়লা খাই অনিমা যাবলৈ ওলাল। যাওঁ বুলি কোৱাৰ লগে লগে হঠাৎ অৰুণাই পঢ়ি থকা কিতাপখনৰ ওপৰত চকু পৰিল। কিতাপখন হাতত লৈ ক'লে—

"এইখন 'মাদাৰ' নে কি হে, বৰ ধুনিয়া কিতাপ বুলি শুনিছোঁ। তোমাৰ পঢ়া শেষ হ'লে মোকো দিবাচোন পঢ়ি চাম" এই বুলি কৈ অনিমা আকৌ বহি পৰে।

"আজিৰ অসমীয়াখন পাইছা?" অৰুণাই ক'লে।

"ওহোঁ" কিতাপখন লুটিয়াই অনিমাই ক'লে। অৰুণাই পুলিচৰ অত্যাচাৰৰ বিষয়ে লিখা কথাবিলাক অনিমাক উলিয়াই দেখুৱায়, "এইয়া চোৱা তোমালোকৰ যোৰহাটত কি হৈছে।"

"চাওঁ চাওঁ ঘটনাটো উঠিছে নে কি?" উদ্বিগ্ন হৈ অনিমাই সোধে। খুউব আগ্ৰহেৰে অনিমাই কাগজখন চায়, অৰুণাই তাতৰ ভাওৰকৈ পঢ়ি যায়।

"উস্ ভাই সেইদিনাৰ ঘটনাটো ভাবিলে চকুৰ পানী ওলায়। আমি নিজেই আগতে বুজিছা নে নাই, আছিল ইফালৰপৰা লাঠি লোৱা পুলিচবোৰ, ইমান ভয় লাগিছিল আমাৰ। ডাঙৰ ডাঙৰ ল'ৰাবোৰ পিছত। বৰ ডাঙৰ প্ৰচেছন। সেই ল'ৰা-বিলাকে পুলিচবিলাক অহা দেখিয়েই ছুপ্-ছুপ্ কৰে জাকেই ল'ৰি আহি আমাক পিছ পেলাই দি আগবাঢ়ি গ'ল। "বন্দে মাতৰম্" বুলি জয়ধ্বনি দিলে। হাজাৰ-হাজাৰ ল'ৰা-ছোৱালীৰ কাণ তালমৰা শব্দই আকাশ মুখৰিত কৰি তুলিলে। পুলিচে আৰম্ভ কৰি দিলে লাঠি চাৰ্জ। তথাপি আমাৰ ভ্ৰূক্ষেপ নাই। "জয় মহাত্মা গান্ধী কি জয়, বন্দে মাতৰম্" আদি ধ্বনি কৰি শ শ স্কুল-কলেজৰ ল'ৰা-বোৰ আগবাঢ়ি গ'ল। পুলিচৰ মাৰ খাই সিহঁত পৰি গ'ল। ছোৱালীবোৰ আৰু অকণ অকণ ল'ৰাবোৰক যেনিয়ে পাৰে তেনিয়ে পঠাই দিলে। পৰাবোৰ পৰি থাকিল ধৰিব পৰাবোৰক পুলিচে ধৰি লৈ গুছি গ'ল।

"আমাৰ এতিয়া লাজ লাগে। আমি কিয় যে পিছ হুঁহকি গ'লোঁ। কিয়নো আমিও পুলিচৰ মাৰ খাবৰ বাবে আগবাঢ়ি যাব নোৱাৰিলোঁ। সঁচাকৈয়ে আমাৰ নাৰী জাতিটো বৰ পিছপৰা। ইমান ভয় হ'লে সংসাৰত কোনো কামেই নহয়। তাৰপিছত কাছাৰিত পিকেটিং কৰা দৃশ্যবোৰ দেখিলে তোমাৰ চকুপানী ওলাব। হাজাৰ-হাজাৰ ল'ৰা-ছোৱালী কাছাৰিঘৰৰ দুৱাৰ মুখত, বাৰান্দাত, আগফালৰ পথাৰত পেটপেলাই পৰি আছে। তথাপি আমি সাহ কৰিব নোৱাৰোঁ। আগবাঢ়ি যাবলৈ ভয় লাগে।"

"ভয় নকৰি কৰিবা কি, আমাৰ দুৱাৰ চাৰিওফালৰপৰা বন্ধ।" অকণাই ক'লে।

"যাওঁ বাৰু দেই, বহুত দেৰি হ'ল তোমাক বৰ দিগ্‌দাৰ দিলোঁ নহয়?"

"যোৱা, আহিবাচোন মাজে মাজে।"

"সময় পালে আহিম্ রাক।"

"ঘৰজনো কিটো কবা ?"

"সময়ো নাই আক কামো নাই। অ' কিতাপখন মোক দিবলৈ নাপাহৰিবা কিন্তু দেই।"

"দিম দিম পঢ়ি শেষ হলেই দিম—যোৱাঁ।" অনিমা গুছি গ'ল। অৰুণাই অৰুণমান আগবঢ়াই থৈ আকৌ পঢ়িবলৈ লাগিল।

## ॥ দুই ॥

"বুলেটিনখন ছাপা হল নে হে ?"

"কোনেও নহপায় আটাইবোৰ প্ৰেছেই ভয় কৰে; যোৰহাট, নগাঁও, গুৱাহাটীকে আদিকৰি বহুত ঠাইত যত্ন কৰিও ছাপা কৰিব নোৱাৰি ঘূৰি আহিলোঁ। এতিয়ানো কি কৰা যায়। মই একো ভাবিবকে পৰা নাই।"

"আন হওক নহওক গাঁৱৰ মানুহখিনিক বুজাই তুলিব পৰা হ'লে বৰ ভাওৰ কাম হ'লহেঁতেন। এতিয়ানো কি কৰা যায় ?"

"লিথু মেচিন ক'ৰবাত পোৱা যাব নে ?"

"লিথু-চিথু বিচাৰি ক'ত মৰিবাগৈ, কাৰ্বন কপিহে কৰিবলগা হ'ল। আমাৰ ইয়াত প্ৰায় পাঁচশমান কাৰ্বন কপি কৰিবলৈ প্ৰতিঠাইলৈ মানুহ পঠিয়াই এনে ধৰণেৰে দিব লাগিব যেন যেয়ে সেই কাগজখন পায় তেৱেঁই আকৌ দহটা কপি ঠিক সেইদৰেই বিলাই দিয়ে। ডাকত এইবোৰ কাগজ পঠাব পৰা নহয়। চিঠিবোৰ খুলি খুলি চায় নহয়, পালে সেইবোৰ নষ্টকৰি বৰ জুলুম কৰিব পাৰিব।"

"প্ৰফুল্ল! তুমি যোৱা, আমাৰ বাকীকেইজন সহকৰ্মীক মাতি আনা। মই ইয়াৰপৰা চাৰিমাইল দূৰত থকা ঠগীৰামৰ ঘৰতে এই সকলোবোৰ কাম কৰিবৰ বাবে এটা সু-ব্যৱস্থা কৰিব পাৰোঁ নে কি চাই আহোঁ। তুমি কেই-দিস্তামান কাগজ কাৰ্বন আদি সকলোবোৰ যোগাৰ ৰাখিবা, যাতে মই আহি পোৱা মাত্ৰকে এজন এজনকৈ বেলেগ বেলেগ বাটেদি গৈ তেওঁৰ ঘৰত ওলাবগৈ পাৰোঁ।"

এইবুলি কৈয়েই হৰেশ্বৰ বৰাই ভগা চাইকেলখনত উঠি ঠগীৰামৰ ঘৰৰফালে চাইকেল চলাই দিলে। প্ৰফুল্লও অলপ পিছতে আটাই-কেইজন কৰ্মীক গোটাই আনি তেওঁৰ ঘৰতে সাজুহৈ থাকিল। প্ৰায় দু-ঘণ্টাৰ পিছত হৰেশ্বৰে ঘূৰি আহি সংবাদ দিলে যে তেওঁ তাত এটা অস্থায়ী অফিচৰো যোগাৰ কৰি থৈ আহিছে। তাৰ কিছু পৰৰ পাছত আগৰ বুদ্ধিমতে বিভিন্ন বাটেদি গৈ আটাইকেইজন কৰ্মী ঠগীৰামৰ ঘৰত গোটখালেগৈ। ঠগীৰামৰ পাছফালে থকা ছাগলী নাইকিয়া ছাগলীৰ গৰালটোকে অফিচ কৰিলৈ কামত লাগি গ'ল। প্ৰায় তিনিঘণ্টা কাম কৰাৰ পিছত পাঁচশতকৈও অধিক কাৰ্বনকপি হৈ উঠিল। সেইবোৰ হোৱামাত্ৰকে বিশিষ্ট কৰ্মীৰ হাতে হাতে দি বেলেগ বেলেগ ঠাইলৈ পঠিয়াই দিলে। সেই কামটো সমাধা কৰি হৰেশ্বৰ আৰু প্ৰফুল্লৰ মুখলৈ অলপ পানী আহিল। কামৰ অলপ সকাহ পায় হৰেশ্বৰে আৰু প্ৰফুল্লই আন্দোলনটো পৰিচালনা কৰি থকাৰ বিষয়ে আলোচনা কৰিবৰ বাবে আকৌ গৈ হৰেশ্বৰৰ ঘৰতে বহিলগৈ।

"ককাইদেউ! তোমালোকে নো সদায় সদায় কিহৰ আলোচনা কৰি থাকা?"

হৰেশ্বৰৰ কোঠাত সক সকৈ কথাপাতি থাকোতেই অনিমা সোমাই আহি তেওঁবিলাকক দাবি দি উঠে।

"ভাই নো এইবোৰৰ কি মোল বুজিবি—বাচোন ৰাক চাহ দু-পিয়লা কৰি আনগৈ।"

"মই বাৰু চাহ আনিম গৈ, তাৰ আগতে তোমালোকৰ কথাৰ অলপ ভাগ দিয়াচোন।"

"আমাৰ কথাৰ ভাগ ল'বৰ তোমাৰ সময় হোৱা নাই হে অনিমা" প্ৰফুল্লই ক'লে।

"এইবোৰ নো আকৌ কি?"

টেবুলত শুৰিয়াই থোৱা কাৰ্বন কপিবোৰ দেখি অনিমাই তাৰে এখন কথা কোৱাৰ লগে লগে থাপমাৰি আনে। হৰেশ্বৰে সেই কাগজখন নিনিবৰ বাবে তাইক দঢ়াই দঢ়াই কয়। তাই কিন্তু নুশুনে। তাৰে কাগজ এখন লৈ তাই চাহ কৰিবলৈ ভিতৰ সোমাল। প্ৰফুল্লই অলপমান ভয় কৰিলে কিজানি তাই কাগজখন ক'ৰবাত উলিয়াই দিয়ে ওলালেতো মহাবিপদ হ'ব। প্ৰফুল্লৰ মনৰ ভাৱটো হৰেশ্বৰে বুজিব পাৰিলে যদিও একো নকলে কাৰণ। জনীয়েকৰ বিষয়ে সকলো তাৰ জনা আছে। প্ৰফুল্লই কিন্তু মনৰ উচ্‌পিচনি গুচাব নোৱাৰি ক'লে—

"হে'ৰা তাই যদি কাগজখন ক'ৰবাত উলিয়াই দিয়ে।"

"তুমি ভয় কৰিছা নে কি? ভয় নাই তাই পুলিচৰ লগত যুদ্ধ দিয়া ছোৱালী।"

হৰেশ্বৰৰ কথা শুনি প্ৰফুল্লই হাঁহি ক'লে, "হয় নে কি?"

তাৰপাছত তেওঁবিলাকৰ মাজত আকৌ আগৰ কথা আৰম্ভ হ'ল। কেনেকৈ আন্দোলনটো চলাই যাব পৰা হয় তাৰ বিষয়ে। এনেতে হাতত চুপিয়লা চাহলৈ অনিমা কোঠাত সোমাল।

"তই কাগজখন নিয়া দেখি এওঁ ভয় কৰিছে, কাগজখন দি দে অ' অনিমা।

"তুমি ইমান ভয় কৰিছা প্ৰফুল্ল ককাইদেউ? এজনী মাইকী ছোৱালীলৈ যদি ইমান ভয়, তুমি এইবোৰ কাম এৰি দিয়া। পাৰিলে পুলিচ-চুলিচ এটাকে হৈ আহাঁগৈ প্ৰমোচন পাবৰ এইটোৱেই বৰ উপযুক্ত সময় হৈছে গম পাইছা।"

"তুমি বোলে পুলিচৰ লগত যুদ্ধদিয়া ছোৱালী মই পুলিচ হৈ আহিলে তুমি আৰু মোক খুধেৰে এৰিবা নে? আনৰ হাতৰপৰা সাৰিব পাৰিলেও তোমাৰ হাতত পৈত্ৰিক সম্পত্তিটো এৰিব লাগিব। যোৰহাটৰ পুলিচক যিকেইটা ৰামটাঙোন দিলা তেনে এটি আমাৰ ফালে পৰিবলৈ হ'লে আৰু কেতেপৰ। সেইবোৰ বাৰু যি কি নহওক তুমি কাগজখন ঘ'তে-ত'তে নেৰিবা আকৌ দেই নাজানিছা দেশৰ গতি কোনফালে ঢাল লৈছে।"

"ইমান যদি ভয়েই ইমান দৰ্কাৰী কাগজবোৰ এনেদৰে থৈছিলা কিয়? মাইকী মানুহবোৰ কাউৰী বুলি নাজানা হবলা। বাৰু সিমান ভয় কৰিব নালাগে কাগজখন বাৰু মই বেয়া মানুহৰ হাতত নেপেলাওঁ।"

হৰেশ্বৰ আৰু প্ৰফুল্লই চাহ খাই কেনিবা আঁতৰি গ'ল, তাৰ অলপ পাছতে অনিমা আহি অৰুণাৰ ঘৰ পালেহি। অৰুণাহঁত তেতিয়া খাই বৈ উঠি শুবৰ কাৰণে যো-জা কৰিছিল, বাকীবোৰ শুলেই মাথোন অৰুণাই বাতৰি কাগজখন লৈ শুই শুই পাতপাতকৈ খবৰবোৰ পঢ়িব লাগিছে।

অনিমা লাহে লাহে অৰুণা শুই থকাৰ কাষৰ খিৰিকিখনৰ ওচৰ চাপি গ'ল। তাৰপিছত অলপ বৈ মাত দিলে।

"অৰু! অ' অৰু সাৰ পাইছা নে?"

"কোন?" অৰুণাই সুধিলে।

"মই অনিমা!" অনিমাই উত্তৰ দিলে।

"অনিমা! ইমান ৰাতি কিয়?" আচৰিত হৈ অৰুণাই সুধিলে।

"দুৱাৰখন মেলাছোন বাৰু সকলো ক'ম" অনিমাই ক'লে।

অৰুণাই দুৱাৰখন খুলি দিলে, অনিমা ভিতৰ সোমাই আহি লাহেকৈ ক'লে—

"দুৱাৰখন বন্ধ কৰি দিয়া।"

"বহুত আন্ধাৰ কৰি আনিছে অলপ পিছতে ভীষণ বৰষুণ

আহিব তুমি কিয় আহিলা? কিবা বিপদ হৈছে নে কি অনিমা?”

অনিমাই মুখেৰে একো নামাতিলে। কাষলতি তলৰপৰা টোপোলা এটা উলিয়াই টেবুলত থৈ লাহে লাহে খুলিলে। কেইডালমান পেন্সিল কেইখনমান কাৰ্বন আৰু কেইদিস্তামান কাগজ উলিয়াই অনিমাই অৰুণাৰ হাতত দিলে। ইয়াৰ পাছত আচল কাগজখন অনিমাই অৰুণাক দিলে। কাগজখন পঢ়ি অৰুণাৰ বুকুখন চিপ্ চিপাই উঠিল।

“মই আজি কিছুদিনৰপৰা এনে কিছুমান কাম কৰিবলৈ সুবিধা পোৱাৰ কথা খুউব ভাবি আছোঁ অনিমা। মই ভাবোঁ মই নিজকে যেন দেশসেৱাত নিযুক্ত কৰিম, কিন্তু কোনো সুবিধা পোৱা নাছিলোঁ। তুমি এই বিষয়ে কোনো আলোচনা নকৰাকৈ ইমান দায়িত্বপূৰ্ণ কাম এটাত মোক খপকৰে নিযুক্ত কৰিবলৈ কেনেকৈ সাহ কৰিলা অনিমা?”

“তুমি মোক একো ক'বৰ আৱশ্যক নকৰে, তোমাৰ-মোৰতো আজিৰ চিনাকি নহয়, তুমিয়ে-মইয়ে কিমান দিনৰ বন্ধু। সিদিনা তোমালোকৰ ঘৰলৈ আহিছিলোঁ তুমি ঘৰত নাছিলা। তোমাৰ মা আৰু মই বহুত কথা পাতিছিলোঁ। তোমাৰ বিয়াৰ বিষয়ে আলোচনা কৰিলোঁ কত কি। সেইদিনাই তোমাৰ মাই মোক তোমাৰ কথা সবিশেষ কৈছিল। ময়ো আজি বহুত দিনৰপৰাই এজনী বান্ধৱী বিচাৰিছিলোঁ যাৰ সহায়ত সকলোৰে আঁৰত থাকি দেশৰ সেৱাত নিজকে লগাব পাৰোঁ, কিন্তু সংসাৰত মানুহক বিশ্বাস কৰা বৰ টান। আজি কিন্তু তোমাক পাইছোঁ। মোৰ ভাল লাগিছে। মোৰ বিশ্বাস তোমাৰ সহায় পালে মই বহুত কাম কৰি তুলিব পাৰিম। তুমি মোৰ আগত প্ৰতিজ্ঞা কৰা যাতে তোমাৰ প্ৰাণ দেশৰ বাবে বলি দিব পাৰা।”

অনিমাৰ কথা শুনি অৰুণাই কোনো কথা ভাবিবলৈ নৌ পাওঁতেই মুখৰপৰা ওলাই আহিল—

"এই ৰাতি মই সহস্ৰ গাঠিৰ মাজত থাকি প্ৰতিজ্ঞা কৰিছো— মোৰ প্ৰাণ দেশৰ বাবে আহুতি দিবলৈ কুণ্ঠিত নহওঁ।" অনিমাই অৰুণাৰ ডিঙিত গবামাৰি ধৰিলে তাৰপিছত অনিমাই নিজৰ শৰীৰৰ কেইটুকুৰামান ঘাৰ গভীৰ দাগ দেখুৱাই ক'লে—

"এই চোৱা অক যোৰহাটত হোৱা ঘটনাৰ এটা মুচিব নোৱাৰা চিন, কিন্তু এতিয়া আৰু আমাৰ কথাপাতি থাকিবৰ সময় নাই। এই চিঠিখিনি আজিৰ ভিতৰতে নকল কৰি মোৰ অন্য কেই গৰাকী- মান বন্ধুক দি আহিব লাগিব।"

"এই কোঠাত এনে কাম কৰা সুবিধা নহ'ব অনিমা ব'লা আমাৰ পাক ঘৰলৈ যাওঁ। তাত সুবিধা হ'ব। ৰত্বাহ-ৰৰষুণ আহিছে মা- ইঁতে বেগেতে সাৰ নাপায় আৰু পালেও মই টোপনিতে আছো বুলি ভাবিব। তুমি বাৰু ইমান আন্ধাৰত কেনেকৈ আহিলা ভয়-লগ নাছিল নে? তোমাক যদি ধৰত এতিয়া বিচাৰে?"

"তাৰবাবে ভয় কৰিলেতো নচলিব।"

"তুমি সঁচাকৈয়ে ধন্যবাদৰ পাত্ৰী অনিমা।"

এই বুলি কৈয়েই দুয়ো পাকঘৰৰ ভিতৰলৈ সোমাই গ'ল। তাতে থকা লাইটটো জ্বলাই লৈ দুয়ো একান্ত মনেৰে কাগজখন কপি কৰাত লাগি যায়। কিছু সময় কাম কৰাৰ পিছত তেওঁবিলাকৰ কামৰ সামৰণি পৰে। ইতিমধ্যে ৰৰষুণজাকো এৰিলে। কাগজ- পত্ৰবোৰ সামৰি-সুতৰি লৈ অনিমাই অৰুণাক ক'লে—

"অৰুণা তুমি এতিয়া মোৰ লগত যাব পাৰিবা নে?"

"ক'লৈ?"

"মই যে কৈছিলোঁ মোৰ বন্ধুৰ ঘৰলৈ।"

"অলপ সন্দেহ হয় অনিমা।"

"কিহৰ বাবে?"

"ক'ৰবাত যদি কিবা বিপদে বেৰি ধৰে আমিতো মাইকী মানুহ।"

"তেনেকুৱা শত-সহস্র বিপদ আহিব পাবে তেনেকুৱা বিপদলৈ ভয় কবিলেতো নচলিব অকণা।"

"তুমি যদি সাহ কৰা।"

"মইতো অকণো ভয় নকবোঁ। মোৰ জীৱনব মমতা আঁতবি গৈছে।"

"তেন্তে মযো নিশ্চয় নকবোঁ। যি হয় হ'ব ব'লা।" ববষুণ-জাক আকৌ হো-হোকৈ আহিবলৈ ধবিলে।

"আকৌ ববষুণ আহিলো।" অনিমাই বিবক্তিবে ক'লে।

"এতিয়া কি কবোঁ অকণা?"

"মোৰ কোঠাত দুটা পানীকোট আৰু টুপী আছে সেয়ে নহ'ব নে?"

"হ'ব ঠিক হ'ব।"

এনেতে কাষলতিব তলবপবা দীঘল ছুবি এখন উলিয়াই অনিমাই ক'লে—

"এইখন দেখিছা অকণা।" অকণাব যেন ভয় লাগিল তাই ভয়ে ভয়ে মাথো সলাগিলে—"ওঁ!"

অকণাব মনত সন্দেহ হ'ল জানোছা অনিমাই কিবা বেলেগ মূৰ্তি ধাবণ কবে। অনিমাব স্বভাৱ-চবিত্রব বিষয়ে অকণাই সকলো জানিও নজনাব দবে হৈ পবিছে।

"তোমাব ভয় লাগিছে নে কি অকণা?"

"ভয় নাই কৰা।" সন্দেহব ভাৱে খেলিমেলি লগাই অকণাই উত্তব দিলে।

"তেন্তে তুমি যাব পৰা হ'লা?"

"ওঁ।"

"তোমাব এনেকুৱা কিবা বস্তু আছে নে যাব দ্বাবা তোমাব জীৱন বক্ষা কবাত সহায় হ'ব পাবে।"

"নাই, কি-স্তু।"

"কিন্তু মানে ?"

"দেউতাৰ শিতানত এটা পিস্তল আছে নিব পাৰিলে নিশ্চয় খুব কামত আহিব।"

"আনিব পাৰিবা ?"

"কি জানি দেউতাই সাৰ পায় নে কি ?"

"খুব সাৱধানে আনিব লাগিব।"

"বৰযুণ দিছে দেউতা নিশ্চয় খুউব টোপনীত আছে ৰবা এবাৰ যত্ন কৰি চাওঁ।"

"তুমি যদি নোৱাৰা ময়ে যাওঁ অৰুণা তুমি মোক দেখুৱাই দিয়া।"

"নালাগে তুমি ময়ে পাৰিম।" কথাষাৰ কৈয়েই অৰুণা খুব সন্তৰ্পণে দেউতাকৰ শোৱা কোঠাটোলৈ গ'ল। বিশেষ যত্ন নকৰাকৈয়ে শিতানত হাত দিয়েই পিস্তলটো পাই লৈ আহিল।

"পালা ?" অৰুণা ওলাই অহা দেখি—অনিমাই সুধিলে।

"ওঁ পালোঁ" ফুচ্-ফুচাই অৰুণাই ক'লে।

"গুলি আছে নে নাই।" অনিমাই সুধিলে।

"আছে।" দেউতাই সদায় খাজি ৰাখে চাবই নালাগে। তাৰ-পাছত দুয়ো দোজোৰ জোতা আৰু পানীকোট পিন্ধি ল'লে। তাৰ-পিছত টুপীছটা মূৰত ভালকৈ পিন্ধিলৈ দুয়ো ঘৰৰপৰা ওলাই গ'ল। হো-হোকৈ বৰষুণ আহি থকা সত্বেও তালৈ পৰোৱাই নকৰি দুয়ো আধা মাইল দূৰৈত থকা মালতীৰ শোৱনি কোঠাৰ কাষত থিয় হৈ মাত লগালে। মালতী ওলাই নাহিল যদিও খিৰিকিখন খুলি সকলো আৱশ্যকীয় কথাবাৰ্তা হ'ল। কপি কৰা কাগজবোৰ গাঁৱত বিলাই দিবৰ বাবে মালতীক ভাৰ দি নিজৰ ঘৰলৈ ঘূৰিল। মালতীক কাগজবোৰ দিয়াৰ পাছত তেওঁবিলাকৰ উত্তেজনাই কিছু সাম কাটিলে। ইমান বতাহবৰষুণ বিজুলী চেৰেকনিৰ মাজত দুজনী গাভৰু ছোৱালী জনহীন পথত অকলে আহি থকাটো এটা বিপদ-

জনক কথা বুলি তেতিয়াহে মনত খেলাবলৈ সুবিধা পালে, তথাপিও খুউব গহীনভাৱে ছুয়ো আহি থাকিল। মাজে মাজে চাত্ৰ্যাৰি বা বিজুলীবোৰে সিহঁতৰ মুখ ছখন পোহৰ কৰি তোলে।

"অৰুণা।" মাজতে অনিমাই মাত দিলে।

"ওঁ।"

"সেইটো কোনোবা মানুহহে।"

"কেনি গৈছে? এই ফাললৈকে আহিছে।" অনিমাই ক'লে, "ভয় নকৰিবা আহিবলৈ দিয়া সিনো কোনকালে যায় চাওঁ।"

ছুয়ো খোজত খোজ মিলাই গৰপ গৰপ আহিবলৈ ধৰে।

"ইমান ৰাতি এইটো ৰাক ক'ব মানুহ অনিমা?"

"কি জানি আমাৰ নিচিনাই কোনোবা। যিয়েই নহওক আমাৰ তাৰকালে চাবৰ আৱশ্যক নকৰেনেই খুব গহীন হৈ গৈ থাকিবা।"

ছুয়ো যাবলৈ ধৰে। মানুহটোৱেও যেন সিহঁতকে অনুসৰণ কৰে। অৰুণাৰ অন্তৰখন ভয়তে কঁপি উঠে। গাটো ঘামি যায়। গাৰ নোমবোৰ ডাল ডাল হয়।

"ৰ'বাহে অৰুণা ই নো কোন চাওঁ।"

"নালাগেহে বেগদি যাওঁ সি আমাক লগ ধৰিব নোৱাৰে।"

"চাওঁ—বেগদি গুচি গ'লে মঙ্কিল আছে, তুমি বুজা নাই অৰুণা তোমাৰ পিস্তলটো মোৰ হাতত দিয়া, তুমি এই ছুৰিখন লোৱা। ভয় নকৰাতো?"

"ওঁহো নকৰো" অৰুণাই ভয়ে ভয়ে ক'লে। মানুহটোৰ গতি কিছু কমি যায়। অৰুণা আৰু অনিমা খন্তেক বৈ যায়। তেওঁ-বিলাক যোৱা দেখি মানুহটো অলপ একলীয়া কাটি যাবৰ যত্ন কৰে। অৰুণাহঁত আকৌ আগবাঢ়ি এটা বেকা বাটৰ খাঁবলৈ লুকাই পৰে। কুচুক্-চামাককৈ মানুহটোৱে ইফালে-সিফালে চাই অৰুণাহঁতক এৰি পাৰ হৈ যায়। মানুহটোক অনুসৰণ কৰি অৰুণা আৰু অনিমাই আগবাঢ়ি গৈ তাৰ পিছফালে এটা পিস্তলৰ আৱাজ কৰে, মানুহটো

থত্মত খাই বৈ যায়। অকণা আৰু অনিমাই নিৰ্ভয় মনেৰে তাৰ বুকুলৈ পিস্তল টোৱাই ৰাখে।

"এই তই কোন?" গুৰুগম্ভীৰ স্বৰে অনিমাই তাক প্ৰশ্ন কৰে। মানুহটো কঁপিবলৈ ধৰে। থোকা-থোকি মাতেৰে সি অনিমাহঁতৰ ওচৰত ক্ষমা খোজে। অনিমাই তাক আকৌ প্ৰশ্ন কৰে।

"তই কোন নকয়? যদি নকয় এই তোৰ জীৱন শেষ।"

"মই, মই এজন কংগ্ৰেছ কৰ্মী।"

"তোৰ কাম?"

"মই এটা বিশেষ কামত এফালে গৈছিলোঁ৷ ৰাতি হ'ল।"

"কি কামত গৈছিলা সত্য ক'বা, নহলে দেখিছা?" অনিমাই পিস্তলটো দেখুৱালে।

"তোমাৰ নাম?"

"মোৰ নাম মো-ৰ ন্যা-ম......।"

"সঁচাকথা ক'বা আৰু নকলে......।"

"মোৰ নাম ৰত্নেশ্বৰ বৰা।"

"তোমাৰ ঘৰ?"

"আমোলাপট্টিত।"

"তোমাৰ মুখৰ এই ডাঢ়ি খোলা।" বুলি কোৱাৰ লগে লগে অনিমাই তাৰ ডাঢ়িকোচা টান মাৰি দিলে, ডাঢ়ি সুলকি পৰিল অনিমা আচৰিত হ'ল। মুখখন তেওঁৰ চিনাকি অনিমাই তাক চিনাকি দিবলৈ ইচ্ছা নকৰি ক'লে।

"এইবোৰ কংগ্ৰেছ-চংগ্ৰেছ কাম ভাল নহয় বুজিছা নে নাই। এৰি দিবা। আজিৰপৰা এনেকৈ পালে কিন্তু ভাল নহ'ব।"

কথাষাৰ কোৱাৰ লগে লগে মানুহটো কঁপি উঠিল। তাৰ মনত ভাব হ'ল সি আজি মিলিটেৰীৰ হাতত পৰিল। তাৰ হাতত থকা সকলোবোৰ কাগজপত্ৰ আজি ওলাই পৰিব। ভয়ত সি মনে মনে ঈশ্বৰৰ নাম জপিবলৈ ধৰিলে। তাৰ অলপ পিছতে অনিমাই ক'লে—

"যাক তুমি যোৱা, আজিৰপৰা কিন্তু সাৱধান হ'বা। এইদৰে ৰাতি আকৌ কেতিয়াবা লগ পালে কিন্তু ভাল নহ'ব।"

"ভাল নহ'ব্‌ থাটাং" লগতে অৰুণাই ক'লে। তাৰ লগে লগে অনিমাৰ কামবোৰ দেখি অৰুণাৰ পেটে-পেটে হাঁহিও উঠিল। মানুহটো তাৰপৰা আন এটা বাটেদি আঁতৰি গুচি গ'ল, দীঘল বাট-টোৰ মাজত অনিমা আৰু অৰুণা আকৌ অকলশৰীয়া হৈ পৰিল।

"তুমি জানো অকলে যাবগৈ পাৰিবা অৰুণা ?" অলপ দূৰ আহি অনিমাই অৰুণাক সোধে।

"ভয় লাগিছে দেখোন হে। এতিয়া বাৰু কেইটামান বাজিল ?"

"প্ৰায় আঠেটা মানৰ সময় হ'ল।" অনুমান কৰিয়েই ক'লে অনিমাই।

"সেইয়া তিনিটা বাজিল, কাছাৰিত কাঁহ মৰা শুনিছা ?" অৰুণাই ক'লে। অনিমাই মাথোন "ওঁ" বুলি শলাগিলে। তাৰ পিছত আকৌ দুয়ো আহিবলৈ ধৰে। কিবা এটা খপাক্‌ কৰে সিহঁতৰ আগতে সৰি পৰে, সিহঁতে ভয় খাই উঠে। এটা গছৰ ডাল বতাহত ভাগি সৰি পৰে।

"তুমি যাবগৈ পাৰিবা অনিমা ?"

"নিশ্চয় পাৰিম এই ছুৰিখনেই মোৰ সহায়।" দুয়ো আহি অৰুণাহঁতৰ ঘৰৰ কাষ পালেহি, অনিমাই অৰুণাৰপৰা বিদায় ল'লে। সেইখন মেলি অৰুণা সোমাই আহি নিজে নিজে কৈ উঠিল—"ঘৰ আন্ধাৰ" লাহে লাহে তাই ভিতৰ সোমাই যায়। খুপি খুপি যাওঁতে হঠাৎ দুৱাৰখনত খুন্দা খাই এটা শব্দ হয় তাইৰ বুকুখন কঁপি উঠে।

"কোন ?" শব্দটো শুনি সাৰ পাই বাপেকে সোধে। অৰুণাৰ চুলিৰ আগে জীয়া যায় যেন লাগে।

"মই হে বাহিৰলৈ আহিছিলোঁ" উত্তৰ জানিবা বুদ্ধিটো দিলে অৰুণাই ভাবিলে।

“টৰ্চ এটানো লৈ নগলি কেলেই আন্ধাৰে-মুন্ধাৰে যে গৈছ” বাপেকে কয়।

“জানো ৰোজনীয়ে ক'ত থ'লে বিচাৰিকে নাপালোঁ।” এইবাৰো ভাই নিজকে ধন্যবাদ দিলে। নিজে নিজে ওলাই অহা বুদ্ধিটোৰ বাবে। ভাই বিছনাখনৰ ওপৰত বহি লাহে লাহে আঠুঁৰাখন টানি শোৱাৰ লগতে ক'লে “দেউতা! টোপনি নাই অহা নে কি?”

“আহিছিল এনেয়েহে সাৰ পালোঁ।”

ঘৰৰ আটাইবোৰ লালকাল টোপনিত। বাপেকেও বাগৰ এটা মাৰি টোপনি যায়। বিছনাখনতে শুই অকণাই খুব যত্ন কৰে টোপনি যাবলৈ। মনটো কিন্তু কেনিবা উৰি যায়। বৰ সাহিয়াল অনিমাজনী ভাই মনতে ভাবে। অলপ পৰৰ পিছতে ডাঙৰ ঘড়ীটো বাজি উঠে-টং টং টং টং।

বাগৰ মাৰি তললৈ পেটু পেলাই গাৰু এটাৰ ওপৰত ভৰিটো তুলি ভাই আৰামত টোপনি যাবলৈ যত্ন কৰে।

ৰাতিপুৱা ভাই দেখে ঘড়ীটোত সাতটা বাজিছে।

## ॥ তিনি ॥

চাওঁতে চাওঁতে ডিব্ৰুগড় ৰেল ষ্টেচনটো মানুহেৰে ভৰি পৰিল। মিলিটেৰীৰ দিন। নানা ঠিকা লোৱা ঠিকাকৰা মানুহৰ ভিৰ। তাৰ মাজত জাক জাক মিলিটেৰীৰ অহা-যোৱা। অকণাৰ অলপ ভয় লাগে। ভাইৰ লগত মানুহ সহায় হিচাপে আছে মাথো বাৰবছৰীয়া ভায়েকটো। আহিলে যেতিয়া যাবই লাগিব গতিকে টিকট দুটা কিনি, এটা সৰুচাই কোঠাত অকণাহঁত উঠি পৰিল। তাৰ অলপ

পৰ পিছতে আৰু ৬।৭ গৰাকীমান মাইকী মানুহ আৰু ডেকা ল'ৰাও গাড়ীখনত উঠি বহিল। অলপ পৰৰ পিছতে গাড়ীখন মানুহেৰে ভৰি পৰিল। মিলিটেৰীৰ বাবে বিজাৰ্ভ কৰি থোৱা গাড়ী কেইখনো ভৰি পৰিল। ৰেল এৰিবলৈ আৰু অলপ সময় বাকী এনেতে এটা মিলিটেৰী অকণাহঁতৰ কোঠাটোলৈ আগবাঢ়ি আহিল। তাৰ মুখত মদৰ গোন্ধ। জেপত ২।৩ টা মান মদৰ বটল। সি আহি দুৱাৰত থিয় হৈ ওচৰত থকা ডেকাজনৰ ওচৰত হাত পাতি ক'লে "Match"। তেওঁ নাই বোলাত ইজনকো খুজিলে তেওঁ নাই বুলি কোৱাত সি কোঠাটোৰ ভিতৰ সোমাই আহিল। মাইকী মানুহবোৰে প্ৰমাদ গণিলে। এটা আমেৰিকান মিলিটেৰী তাক এই অৱস্থাত দেখিলে বুকু কঁপাটো খাটাং কথা। মাইকী মানুহবোৰৰ ওচৰতো ঠিক সেইদৰেই ভুইশলাই বিচাৰিলে। কি দুৰ্ভাগ্য কাৰো হাতত এটা কাঠিও নাছিল। মিলিটেৰীটোৱে ৰব লাজ পালে। সি লাহেকৈ তাৰপৰা নামি গ'ল। গাড়ীখনৰ মানুহবোৰে যেন বক্ষা পালে। অকণাৰে সকলোতকৈ ভাল লাগিল, কিয়নো তাত থকা প্ৰতি গৰাকী মাইকীমানুহৰ লগত এজনকৈ ডাঙৰ মানুহ আছে কিন্তু অকণাৰ লগত কোনো নাই মাত্ৰ ভায়েকটো। ৰেলৰ ঘণ্টা পৰিল। লাহে লাহে ৰেলখন চলিবলৈ আৰম্ভ কৰিলে। মানুহবিলাকে থতিৰ নিশ্বাস পেলালে। এনেতে সেই আগৰ মিলিটেৰীটো দুৱাৰমুখত ৰ'লহি। তাৰ লগতে আৰু তিনিটা উঠি আহিল। কোঠাটোত থকা সকলো মানুহৰে মুখ কেহেৰাজ বৰণ যেন হ'ল। গাড়ী অলপ জোৰত চলিবলৈ আৰম্ভ কৰোতেই সিহঁত দুৱাৰ খুলি ভিতৰ সোমাই আহিল। বাধা দিয়ে কোনে? ভিতৰ সোমাই সিহঁতে এটা ইংলিচ গান জুৰি দি মাইকী মানুহবোৰলৈ চাই কিচিঙা-কিচিঙ কৰিবলৈ ধৰিলে। ভয়ত আৰু লাজত সকলোবোৰ মাইকী মানুহে মুখত কাপোৰ লৈ ওৰণী টানিলে। কিন্তু অকণাই কৰে কি? তাই যে কুমাৰী। তাইতো মুখত কাপোৰ ল'ব নোৱাৰে। এনেতে চালে এজন যুৱক

আগবাঢ়ি গৈ অকণাৰ লগত কোন আহিছে সুধিলে। চকুত চকু-পানী লৈ অকণাই উত্তৰ দিলে "এই ল'ৰাটো।"

ইফালে যিমানেই ৰেল চলিছে আৰু সিমানেই মাইকী মানুহ-বোৰে মুৰত ওৰণী বেছিকৈ লৈছে সিমানেই সিহঁতৰ কোৰ বেছিকৈ চৰিছেহে। সিহঁতেও মুৰত সিহঁতৰ চোলাটোকে টানি ওৰণী লৈ ইজনী-সিজনীৰ ওচৰত বহিবলৈ মতলব কৰিলে। এনেতে সেই ডেকাজন স্থিৰ হৈ থকা মিলিটেৰীটোৰ ওচৰলৈ আগবাঢ়ি আহিল। ডেকাজনে দেখিলে সি যেন মাতাল নহয়। তাক অলপ কাষবীয়াকৈ মাতি নি তেনে নকৰিব বাবে বাকী কেইজন মিলিটেৰীক ক'বলৈ ক'লে। তাৰ কথা শুনি সি ক'লে "সিহঁতে নো কিয় আমাক দেখি তেনেকৈ মুখখন ঢাকি লৈছে? সিহঁতে আমাক নাচাও বুলি অপমান কৰিছে সেইবাবে তাৰ লগৰ কেইটাৰ খং উঠিছে" তেতিয়া ডেকাজনে তাক বুজাই দিলে যে সেইটো আমাৰ ভাৰতীয়ৰ অপমানৰ চিন নহয় সন্মানৰ চিন হে। ডেকাজনে মিলিটেৰীজনক বুজাই ক'লে যে আমাৰ ভাৰতীয় হিন্দুসকলৰ মতে মানীসকলে অমানী তিৰোতাৰ

চোৱা নিয়মৰ বাহিৰ সেইবাবে মাইকী মানুহবোৰে কোনো সন্মানীয় লোক দেখিলে তেনেকৈ ওৰণী লয় আৰু সেইটো আমাৰ অসমৰো নিয়ম।

তেওঁৰ কথাবাৰ শুনি সি যেন ভাল পালে। সি তাৰ লগৰ কেইটাক মাতি আনি এখন বেঞ্চত বহুৱাই দিলে। কিবা-কিবি কিছুমান ক'লেও। সিহঁত বহিল হয় কিন্তু মুখৰ চুপতি ক'ম নহ'ল। ডেকাজনে আগৰ মিলিটেৰীটোৰ লগত কিছুমান ঘৰুৱা কথা আৰম্ভ কৰি দিলে। ঘৰ ক'ত, কোন কোন আছে, ক'ত আছে, ক'লৈ যাব ইত্যাদি। ডেকাজনৰ লগত কথাপাতি মিলিটেৰীটোৱে বৰ ভাল পালে। এনেতে ৰেল আহি ষ্টেচনত ৰ'লহি। সি লগৰ কেইটাক মাতি নামি গুচি গ'ল। ইহঁত কিন্তু নগ'ল। ৰেল আকৌ চলিল। কোনো মানুহৰে মুখত পানী নাই। কোনেও মাত এষাৰ মাতিছে

মাহ কৰা নাই। আপোন সেই ডেকাজনে সিহঁতৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিছে। আগৰটো মিলিটেৰী থাকোতেই তাৰ অলপ মাহ বাঢ়িছিল কাৰণ তাৰ লগত বন্ধুত্ব তাৰ গঢ়ি উঠিছিল, তাতে তাৰ গাত নিচা নাছিল। এতিয়া ইহঁত কিন্তু একেবাৰেই বিপৰীত। সি আকৌ মহা সমস্যাত পৰিল। ৰেলৰ গাৰ্ডক মাতি আনি কথাষাৰ ক'লে। তেওঁৰো কৰিবলৈ কোনো উপায় নাছিল। এটা পুলিচ তাত দিলে। তাক দেখিয়েই মিলিটেৰী তিনিটাই তালৈ চোচা ল'লে। সি ভয়ত তাকপৰা গুচি গ'ল।

ৰেল আকৌ চলিবলৈ আৰম্ভ কৰিলে। এইবাৰ মিলিটেৰী-কেইটাক লগা হ'ল মাইকী মানুহবোৰৰ লগত কথা পাতিবলৈ। ইজনী-সিজনীক প্ৰশ্ন কৰে কিন্তু কোনেও উত্তৰ দিব নোৱাৰে। তাৰ পাছত পাল পৰিল অৰুণাৰ গাত। সিহঁতে অৰুণাক ইংৰাজীতে কথা ছুটামান সুধিলে। সিহঁতৰ লগত কথা পাতিলে দিগ্দাৰ হোৱাৰ বেছি ভয় কৰি ডেকাজনে অৰুণাক ইংৰাজী নাজানো বুলি ক'বলৈ ক'লে। অৰুণায়ো তাকে ইংৰাজীতে ক'লে। ডেকাজনে ছোৱালী-জনীক কিবা শিকাই দিছে বুলি অনুমান কৰি মিলিটেৰী এটাই দপ্দপাই উঠিল। ডেকাজনৰ বুকু কঁপি গ'ল। কেতিয়াবা তাৰ হয় তিনিওটাকে গতিয়াই ৰেলৰপৰা বাহিৰ কৰি দিয়ে কিন্তু ওচৰৰ মিলিটেৰী থকা ভৰা ছুটাৰ কথা মনত পৰি তেওঁৰ মন কোচ খাই যায়।

এইবাৰ মিলিটেৰী তিনিটাৰ দৰ্কাৰ হ'ল কোন কাৰ ঘৈণীয়েক। প্ৰত্যেকেই প্ৰত্যেকৰ কথা ক'লে, কিন্তু অৰুণা মহা সমস্যাত পৰিল। কেনেবাকে অবিবাহিতা বুলি জানিলে কি কৰিব তাৰো ঠিক নাই। অৰুণালৈ চাই এটাই সুধিলে "your?" অৰুণাৰ মুখ ৰঙা পৰিল। ডেকাজনো এইবাৰ বিমোৰত পৰিল। ইফালে সি সঘনে সুধিব লাগিছে। লাজ-কাজ কাতি কৰি থৈ ডেকাজনে ক'লে "মই"। অৰুণা ক'লা পৰি গ'ল। ডেকাজনৰ বুকুখনো চপ্চপাই গ'ল।

এনেতে আক এটা সমস্যাই দেখা দিলে মিলিটেৰীটোৱে সুধিলে "সকলো মাইকী মানুহৰ মুৰত ওৰণী আছে এইৰ নাই কিয় ?" ডেকাজনে এইবাৰ আকৌ বিমোৰত পৰিল। তেওঁ মাথোন উত্তৰ দিলে "খহি গৈছে" তাৰ লগে লগে অকণাৰ কাষত তেওঁ আহি বহিল। অকণাই বাধ্য হৈ ঠাই অকণমান তেওঁৰ কাৰণে এৰি দিলে। বহিয়েই ডেকাজনে ক'লে "অপমান বোধ নকৰিব, আপোনালোকৰ মানসম্মান বচাই নিব পাৰিলে নিজকে ধন্য মানিম। আপুনি বিপদ দেখিছেই অনুগ্ৰহ কৰি কাপোৰখন মুৰত তুলি লওক।" লগত থকা আন আন মানুহবোৰেও অকণাক তেনে কৰিবলৈ ক'লে। উপায় নাপায় অকণায়ো তাকে কৰিলে। অকণাই ওৰণী টনাদেখি মিলিটেৰী কেইটাই ঢেকুঢেকৈ হাঁহি দিলে।

ৰেলখন আহি ব'ল। এজাক মিলিটেৰী ৰেলত উঠিবলৈ সাজু হৈ আছে। ইতিমধ্যে আৰু দুটামান মিলিটেৰী আহি অকণাহঁতৰ কোঠাত সোমালেই। ডেকাজন মহাসমস্যাত পৰিল। এনেতে গাৰ্ডজন সেইফালেদি যোৱাত ডেকাজনে ঘটনাৰ কথা কৈ মানুহখিনিক তাৰপৰা আঁতৰাবলৈ কিছু সময় ৰেলখন ৰখাবলৈ ক'লে। গাৰ্ডেও সময় দিলে। কোনোমতে মানুহখিনি নামিবলৈ পালেহে কোঠাটো মিলিটেৰীৰে ভৰি পৰিল। এগৰাকী মাইকী মানুহক ডেকাজনে খিৰিকীৰে টানিহে কোনোমতে উলিয়ালে। তাৰপাছত সকলো গৈ লৰালৰিকৈ মানুহেৰে থাহ খাই থকা গাড়ীবিলাকত উঠিলগৈ। ডেকাজনে স্বস্তিৰ নিশ্বাস পেলালে। ৰেল চলি গ'ল। এইবাৰ পালেহি তিনিচুকীয়া।

সকলোবোৰ ৰেলৰপৰা নামিল। ডেকাজনে অকণাক সুধিলে "আপুনি ইখন ৰেলত উঠিব নে নাই ইয়াতে নামিব ?" মুৰৰ কাপোৰখন টানমাৰি লৈ অকণাই ক'লে "উঠিম।"

অকণাৰ কামবোৰ দেখি ডেকাজনৰ হাঁহি উঠিল। মিচিকীয়া হাঁহি এটা মাৰি তেওঁ ক'লে "মিলিটেৰী নাই আৰু।" অকণাই

কথাটো বুজিব পাৰি খপ্‌কৈ মুখৰ কাপোৰখন খহাই দিলে। তাই লাজতে ৰঙা-চঙা পৰি গ'ল। ভায়েকেও হাঁহি এটা মাৰিলে। তাৰপিছত তিনিও তিনিচুকীয়া-পাগুৰ বেলৰ সক ডবা এটাত উঠি পৰিল।

"আজি আপুনি নথকা হ'লে মোৰ যে কি গতি হ'লহেঁতেন একমাত্ৰ ঈশ্বৰেহে জানে। কেতিয়াও ভবা নাছিলোঁ এনে বিপদৰ সন্মুখীন হ'ম বুলি। মোৰ গাৰ কঁপনি এতিয়াও মৰা নাই।" অকণাই ক'লে।

"সঁচাকৈয়ে বৰ বিপদত পৰা হৈছিল, ঈশ্বৰে ৰক্ষা কৰিলে। বাক ৰ'ব মই কেইটামান আম কিনি আনো। খাই ভাল লাগিব নহয়?" ডেকাজনে ক'লে।

"আপুনিয়েই আনি খাওক বাক আজাৰ কাৰণে পইচা খৰচ কৰিব নালাগে। এতিয়ালৈকে যি কৰিলে সেয়েই পাইছোঁ" অকণাই ক'লে।

বেলৰ চিৰিটোত ভৰি দি ডেকাজনে অকণাৰ কথাবোৰ শুনি এবাৰ অকণালৈ চালে। অকণাৰ মনটো বেয়া লাগি গ'ল। তেওঁ-কোনো কথাবাৰ যেন বেয়া হ'ল। ভাইবো চকুপানী ওলাব খুজিলে, কথাটো তল পেলাবৰ বাবেই অকণাই ক'লে "যক আনকগৈ আকৌ ৰ'ল কিয়?"

ডেকাজন নামি গ'ল। কেইটামান আম আনি ছুৰিকটাৰীখনৰ সৈতে তেওঁ অকণালৈ আগবঢ়াই দিলে। অকণাই কাটিলে।

"আপোনাক মই ককাইদেউ বুলিয়েই মাতিম। সঁচাকৈয়ে কোনোবা জনমত আপুনি মোৰ সহজীয়া আছিল, নহলেনো আজি এই বিপদত সহায় কৰিবলৈ কেনেকৈ পালে।"

"মোৰনাই পোহনাই বাটিতে ভনী এজনী পালোঁ। মই অকলশৰীয়া, মোৰ নিজা ভনী নাই তোমাক পালোঁ খুব ভাল লাগিল। তোমাৰ নামটো কি বাক? মোধাই নাই নহয়।

"অৰুণা" অৰুণাই মাত দিবলৈ নাপাওঁতেই ভায়েকে ক'লে।

"অৰুণা, খুউব ভাল নাম নহয় ?" ডেকাজনে ক'লে। অৰুণাই মাথো মিচিকীয়াই হাঁহি এটা মাৰি আম এচকল ডেকাজনৰ কালে আগবঢ়াই দিলে। অৰুণাৰো মন আছিল ডেকাজনৰ চিনা পৰিচয় লবলৈ কিন্তু সম্ভৱপৰ নহ'ল। কিবা এটা লাজে তাইক যেন হেচা-মাৰি ধৰিলে। ৰেলখন চলি গ'ল। আৰু কেইগৰাকীমান মানুহ তাৰ আগে আগে তেওঁবিলাক উঠি থকা কোঠাটোত উঠিল।

আৰু কেইটামান কথা ডেকাজনে অৰুণাৰ মুখৰপৰা শুনিবলৈ ইচ্ছা কৰিছিল কিন্তু সুবিধা আৰু নোলাল। ইটোৰ পিছত সিটো ষ্টেচনত বৈ ৰেলখন আহি এটা ষ্টেচনত ৰ'ল। অৰুণা তাতে ভায়েকৰ সৈতে নামি গ'ল। ডেকাজনে বিদায় দিলে। এটি সুমুনীয়াহ তেওঁৰ অজানিতে ওলাই আহিল। অৰুণাই মাথো আকৌ এবাৰ তেওঁলৈ চালে।

## ॥ চাবি ॥

সন্ধিয়া সময়ত কঠ এটা পাৰি মালতীৰ ভায়েক গৰমত ভং নাপাই শুই পৰে। মাকক সি তাৰ পিঠিটো খজুৱাই দিবলৈ টানিলৈ আহিব খোজে। মাকে বায়েকক মাতি লগাই দিয়ে। ভায়েকৰ অনুৰোধ পেলাব নোৱাৰি মালতীয়ে কঠটোত বহি ভায়েকৰ গাত হাতটো বুলাই দিবলৈ ধৰে। তাৰ পিঠি খজুৱাই খজুৱাই কুলাম আকাশখনৰ তৰাবোৰ চাই চাই মালতীয়ে কিবাবোৰ ভাবিবলৈ ধৰে।

"বাইটি ! তইনো কি ভাবিছ ইমানকৈ ? মোৰ পিঠিটো খজুৱাই দেচোন।"

"কিটোনো "ভৰা দেখিছু পিঠি খজুৱাই খজুৱাই মোৰ হাত বিষাই গৈছে। মই আৰু নোৱাৰোঁ পাই।"

"আৰু নালাগে তেনে দে।"

সি যেন বায়েকক আৰু কষ্ট দিবলৈ ইচ্ছা নকৰিলে। ওপৰলৈ মুখকৰি ভৰিকেইটা মেলি শুই পৰি সি আকাশখনলৈ চাই থাকে।

"অ' বাইটি!"

"ওঁ।"

"মেঘত সেইটো বগা কি অ'?"

"হাতীপটি।"

"কি হাতীপটি?"

"ইন্দ্ৰৰ হাতীবোৰ সেইপিনেদি পানীখাবলৈ যাওঁতে খোজত ধূলিবোৰ বগাহৈ জিলিকি উঠে।"

"স্বৰ্গত হাতীবোৰ চেৰ আছে নে কি?"

"ওঁ।"

"মেঘত বাৰু কিমান ভৰা আছে?"

"জানো মই ক'ব নোৱাৰো।"

"বৌয়ে ক'ব পাৰিব নে?"

"নোৱাৰে।"

"ঈশ্বৰে ক'ব পাৰিব নহয়?"

"ঈশ্বৰে পাৰিবতো,—ঈশ্বৰে নজনা কথা ক'ত আছে?"

"মাধৱ" মাকে ভিতৰৰপৰা মাত দিয়ে। ভাত খাবৰ হ'ল অনুমান কৰি মাধৱ লৰ মাৰে। মালতীয়ে কঠটো দুবিয়াই লৈ ভিতৰ সোমাই যায়। ভাত খাই উঠা মাত্ৰকে মাধৱৰ চৌপনি আহিব খোজে। মালতীয়ে তাক নি বৰ ঘৰৰ দোৰ-চাংখনতে শুৱাই থৈ আকৌ মাকৰ ওচৰ পায়হি। মালতীৰ বাপেকেও তেতিয়া ভাতপানী খাই শুই পৰিছে।

দুপৰ কাহিত তাক আৰু আজা লৈ মাকে মজিয়াত বয়।

মালতীয়ে লোটা এটাত পানী এলোটা, অকণমান নিমখ আৰু জলকীয়া এটা আনি খাবলৈ ধৰে।

"মালতী" ভাত খাই থাকোতেই মাকে কথাষাৰ উলিয়াই মুখলৈ নিয়া ভাতৰ গৰাহটো মুখৰ আগত ৰখাই মালতীয়ে মাকৰ মুখলৈ চায়। কথাষাৰ যেন মাকৰ মুখৰপৰা কেনিবা আঁতৰি যায়। জলকীয়াটোত কামোৰ মাৰি পানী কেইঢোকমান খাই ভাই বাত্তিটো আঁতৰাই থয়।

"মাইকী ছোৱালীয়ে নো কি দেশৰ কামত লাগিবি হয় নে" মাকে কওঁ-নকওঁকৈ মালতীক কয়।

"তাতে আমি হৈছোঁ দুখীয়া মানুহ, কি বোলে এগাল আছে যে তাকে ভাঙি সুনাম আৰ্জিবি। মোৰ মনেৰে তই এইবোৰ কাম বাদ দিয়াই ভাল। কলেজত পঢ়িব পৰা হলেও এক কথা আছিল। তোৰ সমনীয়া সেয়া অকণাহঁতে আই-এ বি-এ পাছ কৰি আহিব। সেইবোৰ মানুহ এনেবোৰ কামত লাগিলেহে শুৱায়। আমাৰ নিচিনা দুখীয়া মানুহৰ আৰু কি স্বাধীন পৰাধীন থল আছে।"

মাকে ভাইক আৰু কিছুমান বুজনি দিব খোজে। মালতীয়ে বাধা দি উঠে। ৰাজনীতি নাজানে যদিও দুই-চাৰি আষাৰ কিবা-কিবি কয়। জাপান কছীয়া আৰু চীনৰ ছোৱালীবোৰৰ উদাহৰণ দিয়ে।

"চাচোন বৌ মিলিটেৰীৰ লগত অহা সেই ছোৱালীবোৰো জানো আমাৰ নিচিনাই নহয়? সিহঁতে যদি সাত সাগৰ তেৰ নদী পাৰ হৈ আহি আমাৰ ইয়াত যুদ্ধ কৰিবলৈ সাহ কৰি আহিব পাৰে আমি নো তেনে নোৱাৰিম কিয়? নিজৰ দেশৰক্ষাৰ বাবে চীনৰ ছোৱালীবোৰৰ কতই প্ৰাণ এৰিছে কতই শত্ৰুৰ হাতত যাতনা ভুগিছে, ক'তা সিহঁতে জানো ভয় খাইছে? জাপানত অকণ অকণ ল'ৰা-ছোৱালীবোৰেও স্কুল-কলেজ এৰি দি যুদ্ধত যোগ দিছে। পাঁচ বছৰীয়া ল'ৰাই যুদ্ধ শিক্ষা কৰিছে। চীনৰ ছোৱালী সৈন্যদলে

জাপানৰ প্ৰচণ্ড আক্ৰমণ প্ৰতিৰোধ কৰিছে। উপায় নাপায় জাপানী সৈন্য পিছ হোঁহকি গৈছে। ছোৱালীবোৰেই উৰা জাহাজ চলাইছে। ডাঙৰ ডাঙৰ কামান চলাইছে। যুদ্ধৰ সৰঞ্জাম তৈয়াৰ কৰাত লাগি গৈছে তেনেহলে আমিনো নোৱাৰিম কিয় বো? নাম আমাক নালাগে। এদিন নহয় এদিন তো মৰিমেই ঠিক কথা, কিন্তু মৰাৰ আগতে জীয়াই থকা দিন কেইটাত দেশৰ কাৰণে কিবা এটা কৰি যাব পাৰিলে অন্ততঃ মোৰ প্ৰাণটোৱে শান্তি পাব। হ'ব পাৰে মোৰ কামটো নিচেই নগণ্য। কিন্তু তথাপিও সিয়ো হয়তো বহুত কাম দিব পাৰে কেতিয়াবা। তাই নাজান বো কইয়াৰ হুজনী ছোৱালীৰ যত্নৰ ফলতেই গোটেই দেশ বিদ্ৰোহী হৈ ৰজাৰ বিপক্ষে থিয় দিছিল।”

কথা কৈ কৈ তাই কাঁহী-বাটিবোৰ লাহে লাহে চপাবলৈ ধৰে। মাকে খাই-বৈ উঠি অলপ আঁতৰত বহি তামোল খায়। মালতীৰ ভাব হয় তাই যেন মাকক আৰু কিছুমান কথাৰে বুজাই দিব যে ছোৱালী হলেও দেশ ৰক্ষা কৰাৰ ভাৰ কেতিয়াবা সিহঁতৰ ওপৰতে পৰিব পাৰে। কাম বনবোৰ শেষ কৰি ঠাই মুচি ভৰিহাত ধুই তাই বিছনালৈ যায়। লেমটো শিতানত থকা পেৰাটোৰ ওপৰত থৈ এখন আলোচনী উলিয়াই আনে।

“বিপ্লৱী নাৰী” গল্পটো তাইৰ খুব ভাল লাগে। কেইবাৰাৰো পঢ়ে। মনত পৰে অসমৰ মুলাগাভৰুলৈ। মাইকী মানুহ জানো ইমান সাহীয়াল আৰু ইমান নিঠুৰ হ'ব পাৰে তাই ভাবে।

“ইমান শাস্তি দিছে মানুহটোক” তাইৰ যেন চকুৰ আগতেই ঘটনাটো ঘটিব লাগিছে। তাইৰ বুকুখনত কিবা বুজিব নোৱাৰা বেদনা অনুভব কৰে। বুকুখন গধুৰ গধুৰ লাগি যায়। মানুহটোৰ মৈণীয়েকে বোৱেলীনক ইমান কাকুতি কৰিছে তাইৰ অমৰৰ সিবিয়েকক প্ৰাণদান দিবলৈ।

"বৰ নিষ্ঠুৰ" গল্পটো পঢ়ি যাওঁতে তাইৰ মুখেদি কথাটো ওলাই যায়। অলপ ওচৰতে থকা মাকে কথাটো শুনি সোধে।

"কি হ'ল অ' মালতী।"

"এ গল্প এটা। এনে বেয়া লাগে পাই" মালতীয়ে ক'লে।

"কি আছে নো?" মাকেও যেন নিষ্ঠুৰ বোলাৰ কাৰণটো জানিব খুজিছে।"

"বোৰেলীন নামৰ এজনী কুঁৱৰীয়ে দেশদ্ৰোহ আচৰণ কৰা দোষত এটা মানুহক খুচি খুচি মাৰিছে। বৈণীয়েকে ইমান কান্দিছে ইমান কাকুতি মিনতি কৰিছে গিৰিয়েকৰ প্ৰাণদান দিবলৈ তথাপি কুঁৱৰীৰ হিয়া অকনো কোমলা নাই। ইমান নিষ্ঠুৰ হিয়া পাই।"

মাকে কথাবোৰ শুনি কয় "এবা বৰ বেয়া লাগে।"

"মাইকী মানুহৰ হিয়া ইমান কঠোৰ হ'ব নোৱাৰে পাই" মালতীয়ে ক'লে।

মাকৰ অন্তৰতো ঘটনাটো বৰ ভয়াবহ যেন অনুমান হ'ল। মালতীয়ে বাকী থকা কণ মনে মনে পঢ়ি শেষ কৰে। তাৰপিছত্ তাই পঢ়ে আন এটা প্ৰেমৰ গল্প।

"মানুহবোৰে যে কিবোৰ লিখে। অকণো মাথা-মুণ্ড নাই। ক'ৰ কলেজীয়া ছোৱালী এজনী পাৰ তাইৰ জগত লীলা-খেলা সেয়ে হ'ব গল্প। কাগজবোৰে এইবোৰ প্ৰকাশ কৰেও আক পাই।"

তাই পাতবোৰ ইটো-সিটো কৰি লুটিয়াই যায়। "অন্ধ মানৱ" বোলা কবিতাটো সূচীপত্ৰত চাই তাই মেলি লয়। কণা মানুহৰ করুণ আৰ্ত্তনাদটো তাইৰ বৰ ভাল লাগে।

"আয়ৈ দেহি" কথাষাৰ তাইৰ মুখৰপৰা অজানিতে ওলাই আছে। মাকে তাইৰ মুখৰপৰা ওলোৱা কথাষাৰ শুনে যদিও একো নামাতে। তাই সোটেই কবিতাটো পঢ়ি শেষ কৰি পেলায়। তাৰ লগে লগে তাইৰ চকু দুটা মুদ খাই যায়। লেমটো মুমুৱাই আঠুৱা-

খন টানি তাই বিছনাখনত শুই পৰে। ৰাতি লাহে লাহে গহীন হৈ আহে, গোটেই জগতখন নিতাল মাৰে। মাকহঁত হয়তো টোপনিত লাল-কাল মালতীয়ে ভাবিলে। অলপ পিছতে তায়ো টোপনি যায়।

“মালতী!” কোনোবাই যেন তাইক মাতে। চিলমিলকৈ অহা টোপনিৰ মাজত মাতটো তাইৰ সপোন যেন লাগে। তাই আকৌ টোপনি যাব খোজে।

“মালতী অ’ মালতী!” আকৌ তাইৰ কাণত মাতটো বাজি উঠে। তাই চক্‌মক্‌কৈ সাৰ পায়। চকু দুটা বহলকৈ মেলি দি কাণ দুখন সজাগ কৰি তোলে। লগে লগে তাইৰ গাটো কঁপি উঠে। আকৌ মাতটো শুনে। সেই একেই মাত। টোপনিত মতাৰ দৰেই তাই তাও ধৰি মাতে “ওঁ”

“উঠাচোন।”

“ওঁ” তাই আকৌ মাতে।

“উঠাচোন উঠা মই বিমল আহিছো।”

“ইমান ৰাতি কিয় আহিলা বিমল ককাইদেউ?”

“ও নাই” ককণ সুৰত বিমলে কয়।

“বাৰু যাও দেই মালতী” বুলি কৈ সি যাবলৈ উপক্ৰম কৰে।

“শুনা” মালতীয়ে ক’লে।

“কি?” বিমল আকৌ পিছলৈ আহে।

“কালিলৈ দুপৰীয়া তুমি আহিবা দেই, জৰুৰ, জৰুৰ মোৰে শপত আহিবা কিন্তু দেই।”

“কেলেই?”

“আহিবা নে নাই বাৰু তাক কোৱা।”

“বাৰু যদি সময় পাও।”

“সময় পাও নহয় আহিবই লাগিব।”

“বাৰু দেখা যাব কি কৰিব পাৰো।” বুলি বহুলীয়াৰ এটা

পেলাই বিমল আকৌ যাব খোজে। কিন্তু যেন কিবা এটাই তাৰ গতিত বাধা দিয়ে সি আকৌ খন্তেক স্থিৰ হৈ ৰয়।

"মই কিয় আহিছিলোঁ জানা মালতী?"

মালতীয়ে একো নামাতে। একো বুজিব নোৱাৰি মালতীয়ে বিমলৰ মুখলৈ চাই থাকে। বিমলৰ মুখৰপৰা কথাষাৰ আকৌ সোমাই যাব খোজে।

"থাক নালাগে।" বিমলে ক'লে।

"নহয় বিমল ককাইদেউ মই বৰ বেয়া পাম যদি নোকোৱা। কোৱা।"

বুকুখন খুন্দামাৰি ধৰে। খিৰিকিখনৰপৰা আঁতৰি দুৱাৰখন মেলি তাই লাহে লাহে কান্দি কান্দি ওলাই আহে। বিমল এটা প্ৰস্তৰ মূৰ্তিৰ দৰে হৈ থাকে। তাই উচুপি উচুপি বিমলৰ কাষত থিয় হয়।

"বিদায় মালতী। আমাক এনেদৰে দেখিলে মানুহে বেয়া বুলিব। যদিও তোমাৰ আৰু মোৰ মাজত কোনো পাপ নাই তথাপি এই মাজৰাতি আমি এনেকৈ থকা দেখিলে জগতৰ মানুহে ইতিকিং কৰিব। যোৱা মালতী ভিতৰ সোমাই যোৱা। তোমাক মই ভাল পাইছিলোঁ কোনো স্বাৰ্থৰ বশৱৰ্ত্তী হৈ নহয়। এনেয়ে। সৰুৰেপৰা একেলগে খেলা, একেলগে ডাঙৰ হোৱা তুমি আৰু মই। এতিয়া দেশমাতৃৰ মুক্তিৰ বাবেও আমি একেলগে কাম কৰিছোঁ। জীৱনত মোৰ যদি কিবা প্ৰিয় বস্তু আছিল তেন্তে সি হৈছে তুমি। ঈশ্বৰে তোমাক মঙ্গল কৰক।

বিমলৰ কথাবোৰ শুনি মালতীয়ে উচুপি উচুপি কান্দি উঠে।

"বিমল ককাইদেউ!" বিমলৰ কথাৰ শেষত মালতীয়ে ফেঁকুৰি ফেঁকুৰি এবাৰ সম্বোধন কৰিলে।

"মালতী!"

"তুমিও মোৰ বৰ আপোন আছিলা। ভাবিছিলোঁ তোমাৰ

জীৱন সুখময় হ'ব—লগতে হয়তো মোৰো, কিন্তু কপালিখতাই ভাল নাপালে। কি কৰিবা।"

"কি কৈছা মালতী? মই যে একো বুজা নাই। এই বিদায় বেলাত কিয় মোঁৰ অন্তৰত বেছিকৈ আঘাত দিবখোজা মালতী।"

"বেজাৰ বা ভালবি বোলোৱা কথা নহয় বিমল ককাইদেউ ই অন্তৰত সোণালী আখৰেৰে লিখিখোৱা কথা। তুমি হয়তো ভবা নাছিলা। তুমিয়েই কিন্তু মোৰ আৰাধ্য দেৱতা আছিলা। উস্ মই আৰু একো কৰিব নোৱাৰোঁ মোৰ বুকুখনত কিবা এটা হৈছে। তুমি মোক পাহৰি নাযাবা বিমল ককাইদেউ। মোৰ জীৱন যে তোমাৰ ওপৰতে নিৰ্ভৰ কৰিছে।"

"বিদায় মালতী!" বুলি বিমল লাহে লাহে তাৰপৰা আঁতৰি যায়।

"যোৱা বিমল ককাইদেউ, ঈশ্বৰে যেন আমাক পুনৰ লগা-লগি কৰে।"

এটা গভীৰ বেজাৰৰ ভাবলৈ মালতী লাহে লাহে ভিতৰ সোমাই গ'ল। বিছনাখনৰ ওপৰতে বহি তাই কিবাকিবি কথাবোৰ ভাবিলে —বিদেশখন বা কেনেকুৱা। তাত হয়তো চিনাকি মানুহ কোনো নাই। তাত বাৰু বিমল ককাইদেউ কেনেকৈ থাকিব। নহয় পাৰিব। দেশসেৱা আছিল তেওঁৰ জীৱনৰ ব্ৰত। তাৰ বাবেই তেওঁৰ আজি এই শাস্তি। দেশৰ হকে শাস্তি খাইছে। চোৰ-ডকাইতি কৰি নহয়। খক একো বেয়া নহয়। কথাবোৰ ভাবি ভাবি তাই বিছনাতে শুই পৰে।

"কুকুৰচোৱে খুউৰ ভুকিছে বহুত দূৰত। বিমল ককাইদেউ হব পালেগৈ নে বাৰু?"

বহুত সময় পাৰ হ'ল। মালতীৰ চোঁপনি নাই। "লম্বাপুৰ ক'ত" প্ৰথম কুকুৰাই ডাক দিলে। তাই ভালকৈ বাগৰ এটা মাৰি শুই পৰে। সপোনত বিমল তাইৰ কাষ চাপি আহে।

"ইমান কুৎসিত সপোন।"

বাস্তিপুৰা ব'দৰ জিলিঙনি পৰি গোটেই পৃথিৱীখন সাৰপোৱাৰ পিছত তাই সাৰ পাই উঠে।

## ॥ পাঁচ ॥

"তুমি ইয়ালৈ কাহানি আহিলা ?"

তাহানিৰ এজন কলেজীয়া অন্তৰঙ্গ বন্ধুক হঠাতে লগ পাই নীল চাইকেলৰপৰা নামি পৰে। বন্ধুজনেও নীলক আচৰিত ধৰণে লগ পাই কৈ উঠে, আৰে।

"মোৰ ইয়ালৈ অহা আজি এসপ্তাহ মান হৈছে কিন্তু তোমাৰ ঘৰ যে ইয়াতে সেই কথা মই একেবাৰেই পাহৰি গৈছিলোঁ। আজি কিমান দিন দেখা দেখি নাই। তাহানি কলেজত পঢ়াৰপৰাই।"

"আহা আমাৰ ঘৰলৈ যাও। আজি গধূলিকৈ কিন্তু তুমি আমাৰ ঘৰত ভাত খাব লাগিব।" নীলই ক'লে।

"গধূলিকৈ যাম বাক। এতিয়া কিন্তু নাযাওঁ দেই। নেদেখিছা। দেশত কি গণ্ডগোল। অকণো আজৰি নাই। এতিয়া বিশেষ এটা কামত মই পুলিচ চাহাবক লগ ধৰি তাৰপিছত কিবা এটা কেচ বিচাৰ কৰিবলৈ যাব লাগিব। 'তামোল খাও আহা' বুলি বন্ধুজনে নীলক ওচৰৰ তামোল পানৰ দোকানখনলৈ নি চাবি পইছাৰ তামোল কিনি এখন নীললৈ আগবঢ়াই দিলে। তামোলখন ভেওঁৰপৰা লোৱাৰ লগে লগে নীলই ক'লে—"আজিকালি ল'ৰাবোৰ লগ পাবলৈকে নাইকিয়া হ'ল দেওহে। সকলোবোৰ কামে কাজে ব্যস্ত। অ' তোমাৰ বিয়া পাতিলা নে নাইহে ?" হাঁহি হাঁহি নীলই তেওঁক সোধে।

নাই পত্তা হে, তোমাৰ পাতিলা হবলা?" বন্ধুজনে শোধে।

"ময়ো বিয়া-চিয়া নাই পতা।" নীলই ক'লে।

"ভাল ছোৱালী পাবলৈকে টান- দেখোন। ক'ৰবাত ওলালেও কত কি।" বন্ধুজনে ক'লে।

"পাতা পাতা সোনকালে পাতা। জলপান এটা ওলাব।"

"তেওঁ এতিয়া জলপান নোখোৱাকৈহে আছে। পিছে ভাই মই যাওঁ। এই এটা বাজিলেই। নহলে মোৰ দেৰি হ'ব। নাজানিছা পুলিচৰ চাকৰি চেলাম খোকোতেই যায়।"

"ও যোৱা, গধূলিকৈ কিন্তু আহিবলৈ নাপাহৰিবা।"

"আহিম আহিম। তুমি মাথোন খোৱাৰ যোগাৰ কৰিবা। দৰনি পিত্তি খাম।"

"বাক কোনো কথা নাই।" বুলি কোৱাৰ লগে লগে ছুয়ো ছফালে চাইকেলত উঠি গুচি যায়।

সন্ধিয়া লাগি ভাগিল। আন্ধাৰ হ'ল। আগফালে "কলিং বেল" বজোৱা শুনি নীল ওলাই আহি দেখিলে তেওঁৰ বন্ধু দাস। তেওঁৰ নিমন্ত্ৰণ ৰক্ষা কৰিবলৈ আহিছে। তেওঁক দেখা মাত্ৰকে হাঁহি এটা মাৰি নীলই ক'লে—"আহা আহা তোমাৰ কাৰণে মই বাট চাই আছোঁ। মই বোলো নাহিবই নে কি আকৌ।"

"খোৱা দেওহে নাহিম কেলেই আকৌ। খাবলৈহে মাতিছা, কাম কৰিবলৈ মতা নাই নহয়।"

"অ' খাবলেহে আহিছা কাম কৰিবলৈ অহা নাই?"

এই বুলি কোৱাৰ লগে লগে ছুয়ো হাঁহি দিয়ে।

দাসক ভিতৰলৈ নি বহিবলৈ দি নীলই অৰুণক চিঞৰে "অৰুণ!"

"গৈছোঁ ককাইদেউ" বুলি অৰুণ আহি ককায়েকৰ কাষ পোৱাত বেগেতে ভালোন চাহ আনিবলৈ ক'লে। অৰুণে ততালিকে ভালোন আৰু চাহ আনি টেবুলখনত থৈ আলহীলৈ চালে। আলহীজনেও অৰুণক দেখি একপ্ৰকাৰ আচৰিত হৈ পৰিল। চাহৰ কাপটো

তুলি নিয়াৰ লগে লগে দাসে নীলক শুধিলে—"এওঁ তোমাৰ ভায়েৰ ?"

"অ" নীলই চাহ কাপত সোহা মাৰি ক'লে।

অৰুণ ভিতৰলৈ গ'ল।

"তুমি ইয়াক দেখাই নাই নহয়। মোৰ ভনীজনীক দেখিছা নে নাই ?" নীলই দাসক শুধিলে।

"ওহো ক'ত দেখিম—মাত্তাচোন।"

নীলই আকৌ অৰুণক মাতি অৰুণাক মাতি পঠিয়ালে। অৰুণে অৰুণাক খবৰ দিলে। অলপ লাজকুৰীয়া ভাৱত অৰুণাই পৰ্দাখন দাঙি সোমাই আহিল। তাৰ লগে লগে দাসৰ চকু অৰুণাৰ ওপৰত পৰাত আচৰিত হৈ কৈ উঠিল—

"এওঁ তোমাৰ ভনী !"

কথাষাৰৰ লগে লগে অৰুণাও আচৰিত হৈ কৈ উঠিল—

"আপুনি !"

নীল আচৰিত হ'ল। অৰুণা আৰু দাসো আচৰিত হ'ল। কথাটো কি জানিবৰ বাবে নীলই দাসক শুধিলে—

"কিয় তুমি দেখোন আচৰিত হোৱা যেন হ'লা। মোৰ ভনী এই নহয় যেন লাগিছেনেকি ?"

কথাৰ খাৰ সলনি কৰি দাসে ক'লে—"এওঁক মই ক'ৰবাত দেখিছো আৰু কথাও হৈছো। বিমান দূৰ সম্ভৱ ডিব্ৰুগড়ৰপৰা আহোতে।"

দাসৰ কথা শুনি অৰুণাই ক'লে, "আপুনি পাহৰি গৈছে মই যে সেই উপকাৰৰ কথা পাহৰিব কেতিয়াও নোৱাৰোঁ আৰু আপুনি যে কেতিয়াবা এইদৰে আমাৰ ঘৰত ভাত খোৱাকৈ আহিব লাগিব সেই কথা ভাবিয়েই পৰা নাছিলো।

"তেঁতি কিহৰ কথা কৈছে মই যে আচৰিত হৈছো। হয় নে

অৰুণা তই বাক এওঁক ক'ত দেখিছিলি ?" নীলৰ কথাষাৰৰ লগে লগে দাসে হাঁহি মাৰি ক'লে—"সপোনত।"

অৰুণাও হাঁহি দিলে, তাৰপিছত ক'লে—

"এৰা সপোনতে। বাক ককাইদেউ বহক। আজি আৰু এৰণ নাই। প্ৰথমতে চাহ এটোপা, তাৰপিছত জলপান, তাৰপিছত ভাত এমুঠি দুপৰীয়া-নিকাই আৰু তাৰপিছত বিছনা এখন, তাৰপিছত বাতিপুৱা চাহ-জলপান, তাৰপিছত দুপৰীয়া ভাত এমুঠি, তাৰপিছত আপোনাৰ চাইকেলখন।" আঙুলিৰ মূৰত লেখ দি দি অৰুণাই ক'লে।

অৰুণাৰ কথা শেষ হোৱাৰ লগে লগে দাসে ক'লে—"তাৰপিছত চাহ, চাহৰ পিছত জলপান আৰু তাৰপিছত ভাত খাম...।"

"আমি সিমানকৈ তোমাক খুৱাব নোৱাৰোঁ। পুলিচ মানুহ ইমানকৈ খাই বৈ থাকিও কাহানিবা আকৌ আমাকো কেলেপ্ কৰি ধৰি লৈ যাবাহি। তোমালোকৰ বিশ্বাস নাই।"

কথাবোৰ শুনি আটাইবোৰে হাঁহি দিলে। ইতিমধ্যে অৰুণা ভিতৰলৈ গ'ল। দাসে নীলক ক'লে—অৰুণাৰ লগত চিনাকি হোৱা ঘটনাটোৰ বিষয়ে। নীলই কথাবোৰ শুনি আচৰিত হ'ল, লগতে ক'লে ভাগ্যে যে তুমি লগ পালা নহলে তাইৰ গতি কি হ'লহেঁতেন ভাবিবকে নোৱাৰি। তাই যে আজিও সেইবোৰ কথা কোৱা নাই।

অৰুণা আৰু মাক ভিতৰৰপৰা ওলাই আহিল। জলপানৰ ট্ৰেখন আগবঢ়াই ক'লে অৰুণাই—

"খুবি খুবি পেট চাগৈ কলমলাইছে ছুটামান গিলি লক! লাজ কৰিছেনেকি আকৌ ? অ'-বৌ—এখেতক চিনি পাইছ ? এখেত হ'ল ককাইদেউৰ পঢ়া দিনৰ বন্ধু আৰু মোৰ হ'ল বিপদৰ বন্ধু।"

কথাষাৰ কৈ অৰুণাই কোনেও নজনাকৈ জিভাখন কামোৰ মাৰি ধৰিলে। দাসৰ বুকুতো কিবা এটাই যেন খুব জোৰেৰে খুন্দা এটা মাৰিলে। অৰুণাই ভাবিলে যেন তাই নকবলগীয়া কথা এষাৰ কৈ পেলালে।

দাসে জলপান খালে। অৰুণাই ইটো-সিটোকৈ আগবঢ়াই দিলে।

"নাই নোৱাৰোঁ, আৰু নিদিবা। ভাত খুখুৰাও বুলিছা নে কি?" দাসে ক'লে।

"পেট শুকুটে এই দৈ কণ খাওকচোন কিমান ধুনিয়া আপোনাৰ কাৰণে 'স্পেচিয়েল' অৰ্ডাৰ দি অনা হৈছে। লগতে নীলয়ো কৈ উঠে "খোৱা খোৱা।"

কেইঘণ্টামান পাৰ হৈ যায়। নীল উঠি যায় গা ধুবলৈ। অৰুণা আহি দাসৰ ওচৰতে বহে।

"ককাইদেউ! আপুনি পুলিচত কিয় সোমাল বাৰু?"

"কি ক'বা অৰুণা একেবাৰেই মন নাছিল। কিন্তু কি সমস্যাত পৰি পুলিচত সোমালোঁ কেনেকৈ জানিবা।"

"পুলিচবোৰ বৰ নিষ্ঠুৰ নহয় নে বাৰু?"

"এৰা নিষ্ঠুৰেই।" অতীতৰ কথা কিছুমান দাসৰ মনত খেলাই যায়।

"আজিৰ এই আন্দোলনত আপুনি বাৰু আমাৰ দেশৰ মানুহৰ ওপৰত কিমান অত্যাচাৰ কৰিছে?"

"তোমাক হবলা এতিয়া মোৰ ডায়েৰী দেখুৱাব লগা হ'ল।" কথাষাৰ কৈ দাসে হাঁহিলে। তথাপি দাসৰ মনত কিবা এটাই খুন্দামাৰি ধৰিলে।

"আপুনি পুলিচৰ কামটো এৰি দিয়ক। চকচোন আজি এই স্বাধীনতাৰ বাবে গোটেই ভাৰতে উঠি পৰি লাগিছে। কত মানুহে আপোনাৰ নিচিনা পুলিচৰ হাতত প্ৰাণ এৰিছে। আপোনালোকৰ বাৰু নিজৰ মানুহৰ ওপৰত অত্যাচাৰ কৰিবলৈ বেয়া নালাগে নে?"

অৰুণাৰ কথাবোৰ দাসে শুনি গ'ল। অৰুণাই আৰু বহুত কিবা-কিবি ক'লে। সকলোৰে শেষত দাসে এটা হুমুনীয়াহ কাঢ়িলে কেইটোপালমান চকুলো তেওঁৰ চকুৰপৰা বাগৰি পৰিল।

"এবা অৰুণা তুমি হয়তো মোৰ জীৱনৰ গতি পথটো বদলাই দিবা।"

এনেতে নীল সোমাই আহি ক'লে "অৰু! বোৱে ভাত হ'ল বুলিছে, এওঁক কাপোৰ-কানি সলাবলৈ ঠিক কৰি দে আকৌ।

"অ' দিম। আমি কথা পাতিছোঁ। এখেতক মই কৈছোঁ বোলো পুলিচৰ কামটো এৰি পেলাওঁক।"

"তই হবলা তাৰ চাউলমুঠি মাৰিবৰ কাৰবাৰ কৰিলি" নীলই ক'লে। তাৰপিছত তিনিও হাঁহি দিলে। অৰুণা উঠি গ'ল।

ভাতৰ পাতত নীল আৰু দাস বহিল। নীলৰ মাকে ইটো-সিটো আনি দিলে। অৰুণায়ো আচাৰ অকণ চাটনি অকণ কথাৰ লগে লগে আগবঢ়াই দিলে। এবাৰ কথাৰ লগতে অৰুণাৰ মাকে কৈ পেলালে "বোপাৰ বিয়া বাৰু হ'ল জানো?" দাসে ক'বলৈ নৌ পাওঁতেই নীলই ক'লে—

"নাই হোৱা নাই হোৱা তুমি আকৌ ইয়াক জোঁৱাইকে পাতিব খুজিছানেকি?"

কথাষাৰে অৰুণাৰ বুকুত চপংকৈ মাৰিলে। দাসৰ মনটোও উগুল-থুগুল লাগি পৰিল। নীলয়ো এবাৰ ভাবিলে "কোৱা বেয়া হ'ল নে কি।" এনেতে মাকে ক'লে "পাতিব পাৰিলেতো ভালেই পাওঁ।" তাৰ লগে লগে আটাইবোৰে হাঁহি দিলে। কাপোৰখনৰ আগটো কামোৰ মাৰি লৈ অৰুণা নিমিষতে তাৰপৰা আঁতৰি গ'ল।

ৰাতি বহুত হ'ল। ভাত-পানী খাই সকলো শুই পৰিল। দাসৰ মনলৈ আহিবলৈ ধৰিলে "ককাইদেউ আপুনি পুলিচৰ কামটো এৰি পেলাওঁক।" কিন্তু কেনেকৈ? দাসে ভাবিলে। অৰুণায়ো ভাবিলে দাসে যদি পুলিচৰ চাকৰিটো এৰি দিলেহেঁতেন।

## ॥ ছয় ॥

মানুহ হাল্ আহি বাছখনত উঠি কিছুপৰ বহিল। তাৰপিছত সুধিলে—

"হেৰা দাইবৰ! বাছ যাবৰ হ'ল নে?"

"আঠ বজাত যাব, এতিয়া সাতটা বাজিছে, আৰু এঘণ্টা আছে বহি থাকা" ড্ৰাইভাৰে ক'লে।

"হেৰা অলপ সোনকালে এবাহে, মোৰ জৰুৰী কাম এটা আছে" বুঢ়াই ড্ৰাইভাৰজনক ক'লে। সি একো নামাতিলে। লগৰীয়া হেণ্ডিমেন এটা আহি তাৰ ওচৰতে বহাত সি তাৰ লগত কথা পতাত লাগিল। আৰু দুজনমান মানুহ আহি বাছখনত উঠিল। বুঢ়াই এটা জেপৰপৰা বিৰি চুৰট এমুঠি আৰু জুইশলা এটা উলিয়াই আনিলে। চুৰট এটা মুখত দি জুইশলাটো মাৰি কেইটামান টান হোঁপা দি বিৰিটো লগালে।

"হোৱা খোৱা" চুৰটটো বুঢ়াই বুঢ়ীৰ ফালে আগবঢ়াই দিলে। কোনো সঙ্কোচ নকৰাকৈ বুঢ়ীয়ে বিৰিটো হাতত লৈ মানুহৰ ফালে পিঠি দি হুপিবলৈ ধৰিলে। অলপ পিছতে বিৰি শেষ হৈ গ'ল। বুঢ়াই এইবাৰ নিজৰ জেপতে আকৌ হাত ভৰাই এপেটি বিলাতী চুৰট উলিয়াই আনি তাৰে এটা মুখত দি হুপিবলৈ ধৰিলে। অলপ পৰৰ পিছত কেইবাজনো মানুহ আহি বাছখনত উঠিল। হেণ্ডিমেনে হেণ্ডেল ঘূৰালে। গোৰ্ গোৰাই বাছখন চলি গ'ল। প্ৰায় এঘণ্টাৰ পিছত এটা ষ্টেচনৰ ওচৰত বাছ ৰ'লগৈ। বিভিন্ন ধৰণৰ মানুহ অহাযোৱা কৰিছে। কাৰো কোনেও খবৰ লওঁতা নাই। বাছৰ-পৰা মানুহবোৰ নামিল। গান্ধী টুপী পিন্ধা মানুহজনো নামি মানুহ-

ৰোৱৰ মাজলৈ সোমাই গ'ল। তেওঁৰ পিছে পিছে বগা টুপী পিন্ধা দুটা পুলিচো নামিল।

"বিমল!" কোনোবাই যেন গান্ধী টুপী পিন্ধা মানুহজনক মাত দিয়ে। তেওঁ এবাৰ ঘূৰি চালে। ইমান মানুহৰ মাজত এবাৰ মুখ ঘূৰাই তেওঁ সেই মানুহজনৰ মুখখন দেখা নাপালে। সি আকৌ আঁতৰি যায়। আকৌ যেন তাক কোনোবাই মাতিলে। সি আকৌ ঘূৰি চাই দেখে তাৰ বন্ধু হৰেশ্বৰ।

"তোমাৰ আজি বিদায় বেলা বন্ধু!"

অলপ একতীয়া হৈ দুয়ো কথা পাতে।

"যদিও হয় তাৰ বাবে মোৰ অলপো বেজাৰ নাই হৰেশ্বৰ।"

"বেজাৰ নাই। থাকিবও নালাগে। পৰাধীন মাতৃক স্বাধীন কৰিবলৈ এইকেবা স্বাৰ্থত্যাগ নিশ্চয় কৰিব লাগিব বিমল।"

"আশীৰ্বাদ কৰিবা।"

ৰেলৰ ঘণ্টা বাজি উঠে টং টং টং।

"হৰেশ্বৰ যোৱাগৈ, বেজাৰ নকৰিবা। সেই মালতীজনীকো ক'বা ভাই, বুলি খুউব কৈ গৈছে বেজাৰ কৰিবলৈ মানা কৰিছে। আজলী ছোৱালীজনী। তাইলৈ বেয়া লাগে।"

"মই খুব ক'ম। তুমি একো চিন্তা নকৰিবা। তোমাক ক'ত এৰিবগৈ ক'ব পাৰা জানো?"

"নাই একো নাজানো।"

কথাৰ মাজতে ওচৰৰ দোকানৰপৰা কিনি অনা খিলিপান দুখনৰ এখন হৰেশ্বৰে বিমললৈ আগবঢ়াই দিলে।

দীঘল ৰেলখন অলপ পৰৰ পিছতেই আহি ষ্টেচনত ৰ'লহি। যেলা-ঠেলাৰ মাজতে বহুত মানুহ নামিল, বহুত উঠিল। তৃতীয় শ্ৰেণীৰ কোঠা-এটাৰ দুৱাৰখন টান মাৰি মেলি বিমল ভিতৰ সোমাই গ'ল। বেছি মানুহ নাছিল। জেগা অলপ পাই বিছনা পাৰি তাতেই বহি পৰিল। লগে লগে ভাৰিয়ে গোঁফে ভতি পাঞ্জাবীএজনে সুধিলে—

"আপ কাঁহা যায়েগা বাবুজী ?"

তাৰ প্ৰশ্নটোৰ উত্তৰ দিবলৈ বিমলৰ ভাল নালাগিল। জেপৰ-পৰা কমাল এখন উলিয়াই ডিঙিটো মোহাৰি মোহাৰি বিমলে অৱজ্ঞাৰ সুৰত ক'লে—

"যায়েগা বহুত দূৰ।"

"আপোনাক চিনি পাওঁ যেন লাগিছে।" অসমীয়াতে অন্য এজন মানুহে বিমলক সুধিলে।

"পাব পাৰে মোৰ ঘৰ ইয়াতে" বিমলে ক'লে।

"হয় সেইদিনা আপোনাক নগৰত লগ পাইছিলোঁ। আমি বেপাৰী মানুহ ঘূৰি ফুৰোঁ। সেইদিনা আপুনি মোক হাকিমৰ ঘৰলৈ বাটটো দেখুৱাই দিছিল।"

"হ'ব পাৰে মই পাহৰিলোঁ।"

"আপুনি এতিয়া কোনকালে যাব ?" বেপাৰীটোৱে আকৌ সুধিলে।

"কিছুদূৰ যাম। আজি ৰেলখন ইয়াত বহুত দেৰি বৈছে। [illegible]নকাল ইমান দেৰি নবয়।"

কথাবাৰ ওৰ পেলাবৰ বাবে বিমলে কথা কেইটা কয়। বিমলে সেইবাবেই বোধকৰো শলাগণিসূচক কথা এষাৰো কাৰোপৰা শুুনিলে। অৱশ্যে শুনিবলৈ সি ইচ্ছাও কৰা নাছিল। অলপ পিছতে এটা দীঘল উকি মাৰি ৰেলখন চলি গ'ল। গান্ধী টুপীটো মূৰৰপৰা খুলি খিৰিকিখনেদি চালে বিমলে। ৰেলখন বৰ বেগেৰে গতি কৰিছে। গাড়ীখনত থকা মানুহ এজনে জেপৰপৰা বিৰি চুৰটৰ মুঠি এটা উলিয়াই নিজে এটা মুখত দি আনবিলাক মানুহলৈয়ো বিৰি মুঠি আগবঢ়াই দিয়ে। সকলোকে দিয়াৰ পিছত বিমলে বিৰি লোৱাৰ কোনো সঙ্কেত নাপায় বিৰি মুঠি তাৰকালে আগবঢ়াই দি ক'লে "ধৰক।"

"মই বিৰি নাখাওঁ" বিমলে ক'লে।

"ভেনে চুৰট খাবনেকি ?"

"নাই মই বিবি ধপাত একোকে নাখাওঁ।"

"বৰ ভাল কথা বোপা, আমি আক এবিধ নোৱাৰা হলোঁ। সকবেপৰা খোৱা—বোপা, এতিয়া আক মৰিবলৈ চাৰিটা দিন আছে তথাপি ইয়াক এৰিব নোৱাৰোঁ।" বিবিটো হুপি হুপি বুঢ়াজনে কয়।

কথাবোৰ বিমলৰ ভাল নালাগে। সি বাহিৰৰ কালে মূৰটো উলিয়াই কিবাকিবিবোৰ একান্তমনে ভাবি গৈছে। তাৰ হয়তো মনত পৰিছে তাৰ চেনেহী মালতীজনীলৈ। হয়তো বেয়া লাগিছে অনির্দিষ্ট কাললৈ চেনেহী জন্মভূমিক এৰি থৈ যাব লগা হোৱাৰ বাবে। ৰেলগাড়ীখন ষ্টেচন এটাত থামিলগৈ। মূৰত গান্ধীটুপীটো পিন্ধি বিমল এনেয়ে নামি গ'ল। ডাচ্চিয়ালা পাঞ্জাবীটো আক বুঢ়াৰীজন তাতে নামি পৰিল। ৰেলৰ ঘন্টা দিয়াত বিমল আকৌ উঠি আহিল। আক এজন নতুন মানুহ গাড়ীখনত উঠিল। তেওঁৰ চকুত বিস্তচকু। হাতত এটা চামৰাৰ বেগ, ভৰিত কাবেলি জোতা। গাত এটা খদ্দৰৰ পাঞ্জাবী। তেওঁ উঠি বিমলৰ কাষতে বহিল। বিমলে জেগা অলপ তেওঁলৈ এৰি দিলে।

"আপুনি ক'ত যাব ?" অচিনাকি মানুহজনে তেওঁক সুধিলে।

"আপুনি ?" বিমলেহে তেওঁক ওলোটাই প্রশ্ন কৰিলে।

"মই গুৱাহাটীলৈ যাম, আমাৰ পাৰ্টিৰ কিবা মিটিং আছে।"

"আপোনালোকৰ পার্টি" বিমলে সোধে।

"হয় আমাৰ পাৰ্টি।"

বিমলে আক বিশেষ কথা হ'বৰ ইচ্ছা নকৰিলে।

মানুহজনে সক বেগটোৰপৰা এখন হালধিয়া চামৰাৰ কিতাপ উলিয়াই আনিলে। ঠেঙৰ ওপৰত ঠেং তুলি অলপ আৰাম কৰি বহি তেওঁ কিতাপখন পঢ়িবলৈ ধৰিলে। আকৌ কেইটামান ষ্টেচন পাৰ হৈ ৰেলখন আন এটা ষ্টেচনত ৰ'লহি। তাতে কেইজনমান বুঢ়ামানুহ সেই গাড়ীখনত উঠিল।

"চোৱাচোন বাক সি এনেকুৱা হ'ব পায় নে।" নতুনকৈ উঠা বুঢ়ামানুহ এজন ক'লে।

"এৰা আমি আকৌ মানুহটো তেনেকুৱা বুলি ভৱা নাছিলোঁ, ডাঙৰ মানুহৰ ঘৰৰ ল'ৰাও এনে কাম কৰে।"

"বুজিছা দেশৰ গতিয়েই এনেধৰণৰ হ'ল।" বুঢ়ামানুহজনে ক'লে।

"কি হ'ল?" কিতাপ পঢ়ি থকাৰপৰা মূৰদাঙি বিত্তচকু জোৰৰ তলেদি চাই মানুহজনে সুধিলে।

"এ কিনো ক'ব বোপা, লোকৰ বদনাম এটা নোকোৱাই ভাল। পিছে বোপা ক'ৰপৰা আহিছে নো?"

ৰেলখন আকৌ চলিল।

"মই আগৰটো ষ্টেচনৰপৰা আহিছোঁ।"

"যাব লাগে বা কোনফালে?"

"গুৱাহাটীলৈ।"

"কিবা সকাম আছে হবলা?" কথাষাৰ কোৱাৰ লগে লগে বুঢ়াজনে পাগুৰিটোত খোচ মাৰি থোৱা আধাখোৱা বিৰিডোখৰ উলিয়াই লগৰীয়া জনৰপৰা জুইশলা এটা খুজি বিৰিডোখৰ জ্বলাই হুপিবলৈ ধৰিলে।

"আমাৰ পাৰ্টিৰ মিটিং আছে" বুঢ়াৰ কথাৰ উত্তৰত মানুহজনে ক'লে।

"কংগ্ৰেছৰ?"

"নহয় আমি বেলেগ পাৰ্টিৰ হে।"

"কি পাৰ্টি জানো বোপা।"

"আমাৰটোক কমিউনিষ্ট পাৰ্টি বোলে।"

"সেইটোনো আকৌ কি?" লগত অহা ইজন বুঢ়াই প্ৰশ্ন কৰিলে। কমিউনিষ্টজনে বুঢ়াৰ প্ৰশ্নটো শুনি ভালেই পালে।

"ৰাক ৰব বুজাই কওঁ" বুলি কিস্তাপখন জপাই মোনাটোত ভৰাই থৈ ক'বলৈ ধৰিলে।

"বুজিছে আমাৰ পাৰ্টিৰ মতে সংসাৰত থকা সকলো মানুহ সমান। আমাৰ মাজত দুখীয়া-চহকী থাকিব নালাগে। ৰাছিয়াৰ নাম বোধকৰোঁ আপোনালোকে শুনিছে, সেইখন দেশত সাম্যবাদ নীতি প্ৰচলিত, তাত কোনো ধনী নাই কোনো দুখীয়া নাই। ৰাইজেই ৰজা। আমাৰ ইয়াৰ দৰে তাত ভাত মুঠিৰ কাৰণে মাগি ফুৰিব নালাগে। সকলোৱে কাম কৰে সকলোৱে খায় সুখত।

"সেইটো হলেতো ভাল কথা বোপা! পিছে বেগেতে যে হ'ব আশা কম। মহাত্মাৰ নিচিনা ঈশ্বৰ এজনেও স্বাধীনতা আনিব পৰা নাই আৰু স্বাধীনতা নাহিলে বোপা লোক ৰবত আমাক সেইখন কৰিবলৈ নিদিয়ে। আমি এতিয়া ইংৰাজৰ চাকৰ নহয় জানো বোপা? অমুকটো কৰ বুলিলে কৰিবই লাগিব নকৰোঁ বুলিবৰ সাধ্য নাই।"

"দিব দিব নিদিব কিয়? আজি আমাৰ দেশত খাবলৈ নাই। সিদিনা সেয়া বঙ্গদেশত খাবলৈ নাপায় লাখে লাখে মানুহ মৰিল, তাত আমাৰ পাৰ্টিয়ে ক'ত কাম নকৰিলে। এনেকৈয়ে যদি মানুহ মৰিবলৈ হয় তেন্তে সিহঁতে আমাক কেনেকৈ শাসন কৰিব।"

"বোপা বুঢ়াগান্ধীয়ে দেখোন সদায়েই যা যা কৰি আছে ক'তা সিহঁতে জানো সেইবোৰ শুনিছে? আটাইবোৰকে নি দেখোন ঘৰ ঘৰত হে সুমুৱাই থ'লেগৈ! ইফালে কত ঠাইত গুলি চলাইছে। আমাৰ মইনাহঁতে খবৰ কাগজবোৰ পঢ়ি শুনায়। আমাৰ গাৰ নোম শিয়ৰি উঠে।"

"এতিয়া আপোনালোক সজাগ হ'ব লাগিব। খেতিয়কৰ ওপৰতহে সকলো ভৰসা। আপোনালোকে কৰিব নোৱাৰা কাম একো নাই।"

বেল আকৌ থাকিল।

"বোপা আমি যাওঁহে আৰু—আপোনাৰ কথাবোৰ শুনি ভাল লাগিল কিন্তু বোপা সেইবোৰ কৰিবলৈ টান হৈছে।"

বুঢ়ামানুহ দুজন নামিল। অন্য মানুহো বহুত নামিল বহুত উঠিল। ৰেল যাবলৈ ধৰিলে। দুয়োকালে ওখ গড়া ডাঠ হাবি। ইকালে ঘোপমৰা আন্ধাৰ। হঠাতে ৰেলখন মাজবাটতে ৰৈ গ'ল, গাৰ্ড নামিল। ৰেলবিভাগৰ চিপাহী নামিল। কাৰণ কি! জানিবলৈ ২।৪ জন যাত্ৰীও নামিল। ৰঙানীলা চাকিবোৰ লৈ গাড়ী খানাতালাচ কৰিলে। ক'তো একো বিপদৰ শুং-সূত্ৰ নাপালে, মাত্ৰ এটা ডবাত এটা মানুহ নামি যোৱা গম পালে। ইফালে-সিফালে হাবি সোমায় পুলিচে অনুসন্ধান কৰিলে। বন্দুকত গুলি ভৰাই এনেয়ে কেইটা-মান আৱাজ কৰিলে। একো নোপোৱাত ৰেল আকৌ চলিবলৈ আৰম্ভ কৰিলে। পুলিচ দুজনে জানিলে ঘটনা কি হ'ল। কিন্তু একোকে প্ৰকাশ নকৰি মনে মনে থাকিল।

## সাত ॥

দোৰ্মোৰ আন্ধাৰ ৰাতি। আকাশত ঘোপমৰা ক'লা ডাৱৰ। মাজে মাজে মৰা ধেৰেকণিৰ আকাশ-পাতাল কঁপি উঠা শব্দ। ৰাতি প্ৰায় বাৰটা বাজিছে। পুলিচ চুপাৰিনটেনডেন্ট মিঃ ৰবাৰ্ট শোৱাৰ-পৰা হঠাতে উঠি বহিল। মিঃ ৰবাৰ্ট এজন মাদ্ৰাজী খৃষ্টিয়ানধৰ্মী লোক, তেওঁ যেন বাহিৰত কাৰবাৰ পদশব্দ শুনিলে। তাৰপিছত এনেয়ে সককৈ মাতিলে কোন? বহিম নে কি?

"হয় চাৰ" বাহিৰৰপৰা উত্তৰ শুনা গ'ল।

ৰবাৰ্ট চাহাব লাহেকৈ বিছনাৰপৰা উঠি দুৱাৰখন সন্তৰ্পণে খুলি ওলাই গ'ল।

"কিবা খবৰ পাইছা।"

"হয় চাব" বুলি কৈয়েই চুপাবিন্‌টেন্‌ডেণ্টৰ লগত কথাপাতি থুয়ো বাহিৰলৈ ওলাই আহিল। অলপ দেৰি খুব মনে মনে আক সাৱধানে কথা হোৱাৰ পিছত তেওঁ আকৌ লাহে লাহে বঙলাৰ ভিতৰলৈ সোমাই নিজৰ কোঠালৈ আগবাঢ়িল। লাইটৰ চুইচ্‌টো টিপি দি কাপোৰৰ দাঁৰডালৰ কায চাপি গ'ল। দাঁৰৰ খুঁটাটোত আঁৰিথোৱা কোটটো পিন্ধি গাকৰ তলৰপৰা পিস্তলটো উলিয়াই গুলি কেইটামান তাত খাজি ল'লে। তাৰপাছত ৰবৰৰ খুৰা লগোৱা জোতাযোৰ, পানীকোটটো আক টুপীটো পিন্ধি চুইচ্‌টো আকৌ টিপি দি খুব গহীনভাৱে এখোজ-দোখোজ কৰি সহকাৰী পুলিচ চুপাবিন্‌-টেন্‌ডেণ্ট মিঃ ৰবীন বৰুৱাৰ বঙলাৰ কালে আগবাঢ়িল।

তুৱাৰত খট্‌খট্ কৰি মৃদু শব্দ হোৱাত ডেপুটি চুপাবিন্‌টেন্‌ডেণ্টে সাৰ পালে। অলপ তলকা মাৰি থাকি লাহে লাহে উঠি আহি দুৱাৰখন খুলি চুপাবিন্‌টেন্‌ডেণ্টক দেখি নমস্কাৰ জনালে। চুপাবিন্‌-টেন্‌ডেণ্টেও প্ৰতিনমস্কাৰ জনাই অলপ আগবাঢ়ি আহিল। ডেপুটি চুপাবিন্‌টেন্‌ডেণ্টে বহিৰলৈ দিয়া চকিখনতে বহি ক'লে—"আপুনি এতিয়াই তুই ডজন চিপাহী লৈ গেলেকীলৈ খোজ লওঁক।"

"কাৰণ?" অলপ আচৰিত হৈ বৰুৱাই সুধিলে।

তেওঁৰ কথা শুনি মিঃ ৰবার্ট আগবাঢ়ি আহি বৰুৱাৰ কাণে কাণে কিবাকিবি ক'লে। তাৰপিছত অলপ আঁতৰ হৈ আহি তেওঁ ক'লে—

"দেৰি নকৰিব, বৰ জৰুৰী কাম। গম পাইছে তো?"

"জকল, গম পাইছোঁ, মই কেতিয়াও দেৰি নকৰোঁ চাৰ।"

"মই তেনেহলে যাব পাৰোঁ?"

"নিশ্চয়।"

চুপাবিন্‌টেন্‌ডেণ্ট ওলাই আহিল। দপ্‌দপ্‌কৈ অহা ৰবৰুণ জাককো আওকাণ কৰি তেওঁ বঙলাৰ কালে আগবাঢ়িল। বঙলা পায়েই ফোনটো হাতত লৈ পুলিচ বিজার্ভলৈ হুকুম পঠালে তত্তালিকে তুই ডজন সজ্জিত চিপাহী ডেপুটি চুপাবিন্‌টেন্‌ডেণ্ট মিঃ বৰুৱাৰ কাষলৈ

পঠাব লাগে। ইফালে চাকৰ এটা পঠাই ইনচাৰ্জ মিঃ দাসক ততালিকে মতাই আনিলে আৰু কোনেও গম নোপোৱাকৈ বেগেতে ওলাই আহিবলৈ ক'লে। ইন্‌চাৰ্জ দাস ঘৰলৈ গৈ ততালিকে অস্ত্ৰ-শস্ত্ৰে সজ্জিত হৈ ওলাই আহিল। ইতিমধ্যে বিজাৰ্ভৰপৰা চিপাহীও আহিল। তাৰপিছত সকলোৱে আঢ়ৈ মাইল দূৰৈত থকা গেলেকীলৈ বুলি যাত্ৰা কৰিলে।

অলপ সময়ৰ পিছতে তেওঁলোকে নগৰৰ সীমা অতিক্ৰম কৰিলে। চিপ্ চিপ্ কৈ অহা বৰষুণ জাকত কেভিয়াবা চিপাহী-বিলাকৰ জোতাবোৰ পিচলি যায়। বাটতো যথেষ্ট বোকা হোৱা সত্বেও তেওঁলোক খোপনি পুতি পুতি যাবলৈ ধৰিলে। আন্ধাৰত এহাতমান জিলিকি থকা বাহনিৰ তলৰ বাটটোৱেদি তেওঁলোকে অনুমান কৰি আগবাঢ়িল। বতাহত বাঁহৰপৰা টোপটোপকৈ সৰা পানীবোৰ তেওঁলোকৰ গাত পৰিল। হাতত লৈ থকা টৰ্চ লাইটটো জলাই সহকাৰী চুপাৰিন্‌টেন্‌ডেণ্ট মিঃ বৰুৱাই চাৰিওফালে চালে। তেওঁ মাথোন দেখিলে বাঁহৰ সৰু সৰু মুঢ়াবোৰ আৰু বোকা পানীৰে লেও লৈ থকা অকণমানি বাটটো।

"মিঃ দাস! কথাটো কিন্তু বৰ গুৰুতৰ।" বাটত গৈ থাকোতে সহকাৰী চুপাৰিন্‌টেন্‌ডেণ্ট মিঃ বৰুৱাই ক'লে।

"মইতো একোকে ক'ব নোৱাৰোঁ চাৰ, আহিবলৈ কৈছে আহিছোঁ মাত্ৰ।"

"তোমাক কোৱা নাছিলোঁ কিন্তু এতিয়া কওঁ—কেইটামান কংগ্ৰেছ ভলন্টিয়াৰে এই গাঁওখনৰ সিমূৰত থকা বমাই মেধিৰ ঘৰত থাৰ বাৰুদ তৈয়াৰ কৰিছে। চোৰাংচোৱাই আমাৰ চুপাৰিন্‌টেন্‌ডেণ্টক কথাটো গুপ্তভাৱে জনাইছে।

"তেনেহলে আমাৰ কৰ্তব্য চাৰ?" দাসে সুধিলে।

"আমাৰ কৰ্তব্য সিহঁতক ধৰা, যদি সম্ভৱপৰ নহয় তেন্তে সিহঁতক গুলিকৰি বধ কৰা।"

"গুলিকৰি বধ কৰা! তাৰমানে চাৰ" কথাষাৰ শুনি মিঃ দাস যেন কিবা ভাৱত বিভোৰ হৈ পৰিল।

"কি! আচৰিত হৈছা দাস, সিহঁত গৱৰ্ণমেণ্টৰ শত্ৰু তাৰ মানে আমাৰো শত্ৰু। যিহেতু আমিয়েইতো গৱৰ্ণমেণ্ট চলাইছোঁ।"

"সেইটো বুজিছোঁ কিন্তু চাৰ।"

"কিয়? সিহঁতৰ ওপৰত গুলি চলাবলৈ অপ্ৰস্তুত হৈছা নে কি? বাক ভয় নাই, মই হুকুম দিম, ইহঁতে গুলি চলাব। ভয় খাবৰ কোনো কাৰণ নাই মিঃ দাস।"

"বেয়া কামবিলাক বাস্তি কথাই বুজত বুলিয়েই হয়তো আপুনি আগবাঢ়ি আহিছে—সিহঁতক বিশ্বাসঘাতকতা কৰি বধ কৰিবলৈ মহয় জানো চাৰ?"

"দাস তুমি দেখোন কিবা কথাবোৰ কৈছা।"

"হয় চাৰ মই অসহায় প্ৰাণী কেইটাৰ ওপৰত গুলি চলাবলৈ অপাৰগ।"

দাসৰ কথা শুনি বকৱাৰ মনত ভয় হ'ল, আনোহা চিপাহী-বোৰেও দাসৰ কথাত হয়ভৰ দিয়ে।

"জবৱান সিং!" গুৰু গম্ভীৰ মাতে মিঃ বকৱাই মাতিলে।

"হজুৰ" জবৱান সিং আগবাঢ়ি আহিল।

"মই যেতিয়া যেবাও কৰিবলৈ আদেশ দিম তেতিয়া তহঁতে আতুহ কেইটাক ধৰিবলৈ যত্ন কৰিবি বুজিছ?"

"হয় হজুৰ।"

"ওঁ এতিয়া তহঁত খুব সন্তৰ্পণে আহি থাক। সাৱধান হবি আৰু বেছি দূৰ নাই।

আকৌ সকলোবোৰ মনে মনে আগবাঢ়িল। দুই এটা শিয়ালৰ বিকৃত মাত সিহঁতৰ কাণত পৰিল। কোনেও বিশেষ একো প্ৰাজাবিলে। মিঃ দাসে মাথোন ভাবিবলৈ ধৰিলে অকপাই কোৱা কথাষাৰ "পুলিচবোৰ বৰ নিষ্ঠুৰ নহয় নে?" সঁচাকৈয়ে পুলিচবোৰ

ৰৰ নিষ্ঠুৰ। নহলেনো এই মাজৰাতি অসহায় প্ৰাণীকেইটাক হত্যা কৰিবলৈ আগবাঢ়ি আহে নে? সঁচাকৈয়ে অকণাই ঠিকেই কৈছিল। মই পুলিচৰ কামটো এৰি দিব লাগিব। নাই—পুলিচৰ জীৱনত শান্তি নাই। দাসে কথাবোৰ ভাবিবলৈ ধৰিলে। খিমিক ধামাককৈ জ্বলি থকা এটা চাকিৰ পোহৰলৈ আঙুলিয়াই মিঃ বৰুৱাই চিপাহীবোৰক লাহেকৈ কিন্তু জোৰেৰে হুকুম দিলে "ঘেৰাও কৰ"। চিপাহীবোৰ ঘৰটোৰ চাৰিওকালে থিয় হ'ল। মনে মনে মিঃ বৰুৱাই বাঁহৰ বেৰৰ জলঙাই দি চাই দেখিলে কেইজনমান গান্ধীটুপী পিন্ধা মানুহে কিবাকিবি লেখিব লাগিছে। এইবাৰ বৰুৱাই সোঁহাতেৰে পিস্তলটো সাজুকৰি লৈ আৱশ্যক হ'লেই গুলিয়াব পৰাকৈ ল'লে আৰু বাওঁহাতেৰে দুৱাৰত টোকৰ মাৰিলে। দুৱাৰত শব্দশুনি ভিতৰত সোমাই থকা মানুহ কেইজনে এবাৰ মূৰ তুলি চালে। খন্তেকৰ পিছত শব্দ বন্ধ হৈ যোৱাত তেওঁবিলাকে আকৌ কামত লাগিল। হাতত জিলিকি থকা ঘড়ীটোলৈ চাই বৰুৱাই দেখিলে ৰাতি দুটা বাজিছে। দেৰি কৰাৰ সকাম নাইবুলি ভাবি বৰুৱাই কৈ উঠিল "এই দুৱাৰ খোল।"

তেতিয়া চিপ্‌চিপকৈ আহি থকা বৰষুণ আৰু এৰিছে। সো-সো কৰি বলা টেঁচা বতাহ আৰু কিন্তু তেতিয়াও বলি আছে। তাৰ মাজত হঠাত মানুহৰ দুৱাৰখোল বোলা শব্দটো শুনি তেওঁলোক আচৰিত হ'ল।

কোন বুলি সোধাৰ লগে লগে তাৰে এজন যুৱক দুৱাৰখনৰ কালে আগবাঢ়ি আহিল।

"জলদি দৰজা খোল।"

"পু-লি-চ" যুৱকজনে চিঞৰি উঠিল। তাৰ লগে লগে ঘৰটোত হুলস্থূল লাগি পৰিল। ইটোৱে সিটোৰ মুখলৈ চাই কি কৰা হ'ব ভাবি বিমোৰ হ'ল। জীৱন আগ কৰি দি হাতত কেইডালমান লাঠি লৈ ডেকা কেইজনমানে দুৱাৰ খুলি দিলে। বৰুৱাই গতি বেয়া যেন দেখি ততালিকে আদেশ দিলে "কা-য়া-ৰ"। কথাষাৰৰ লগে লগেই

বকৰাৰ পিস্তলে গৰ্জি উঠিল। গুৰুম্ গুৰুম্ কৰি চাৰিটা গুলি উৰুৰি গ'ল। দুজন ডেকা তেজেৰে লুতুৰি পুতুৰি হৈ মাটিত পৰিল।

মিঃ দাসে অলপ আঁতৰত থাকি বকৰাৰ কাৰ্যবিলাক লক্ষ্য কৰি আছিল। দুজন ডেকা বকৰাৰ গুলিত লুতুৰি পুতুৰি হৈ পৰা দৃশ্যটো তেওঁ চাই থাকিব নোৱাৰিলে। কোনোবা অলক্ষিত দাসৰ বন্দুকৰ ধোঁৱা দাং খালে গুৰুম্ গুৰুম্ দুটা শব্দ হ'ল। বকৰা তেজেৰে বাগুলি হৈ মাটিত পৰি কৈ উঠিল "ইচ্ কো পাকৰাও" আৰু লগে লগে বকৰাৰ প্ৰাণপখী উৰি গ'ল। তেতিয়াহে দাসৰ গালৈ চেতনা আহিল। তেওঁ তেতিয়াহে বুজি পালে ক্ষণিক উত্তেজনাৰ বশৱৰ্তী হৈ কি কৰি পেলালে। বকৰাৰ শেষ কথাষাৰ লগে লগে কেইজনমান চিপাহী দাসৰ কালে আগবাঢ়ি আহিল। দাসে এখোজো লৰচৰ নকৰি শিলৰ মূৰ্তিৰ দৰে তেজেৰে বাগুলি বকৰাক প্ৰাণহীন শৰীৰটোলৈ চাই থাকিল। ইফালে বন্দুকৰ গুলিৰ শব্দ শুনি গোটেই গাঁও হুলস্থুল লাগি পৰিল। য'ৰ মানুহ য'ত আছিল তাৰপৰাই ঘটনাস্থলিলৈ দৌৰি আহিল। স্বেচ্ছাসেৱক দলো য'বেত'বেপৰা ল'ৰিচাপৰি আহি পুলিচৰ গুলিত আহত হোৱা ভলন্টিয়াৰ কেইজনক তাৰপৰা নি শুশ্ৰূষা কৰাত লাগি গ'ল।

লাহে লাহে ৰাতি পুৱাল। মিঃ বকৰাৰ প্ৰাণহীন দেহটো একাষৰে লৈ আনহাতে মিঃ দাসক বান্ধি থোৱা হাবিলদাৰ ধৰি চিপাহী-কেইটা নগৰৰ ফালে খোজ দিলে। আহত হোৱা ভলন্টিয়াৰ কেইজনৰ চেতনাহীন দেহকেইটা ভৱিষ্যত বিপদ ভাবি ততালিকে এখন নগৰৰ পৰা দূৰৰ গাঁৱলৈ লৈ যোৱা হ'ল।

"জয়সিং" বাটত চেলেংপেলেংকৈ আহি থাকোতে মিঃ দাসে চিপাহীদলৰ হাৱলদাৰটোক মাতিলে।

"হুজুৰ" বান্ধি লৈ অহা মিঃ দাসৰ কালে অতি বেজাৰ মনেৰে চাই হুকুমৰ কাৰণে অপেক্ষা কৰিলে জয়সিং।

"মইতো এতিয়া হুজুৰ নহয় জয়সিং। মই এতিয়া তহঁতৰ হাতত

এটা বন্দী। তহঁতে যিহকে কৰিবলৈ ইচ্ছা কৰ তাকেই এতিয়া কৰিব পাৰ, তেনেস্থলত তহঁতে মোক হুজুৰ বুলি মাতি কিয় অপমান কৰিছ?"

তেজেৰে লুতুৰিপুতুৰি হোৱা বকৰাৰ প্ৰাণহীন দেহটোৰ ফালে দাসে এবাৰ চালে। তেওঁৰ খুব বেয়া লাগিল। কি কুক্ষণত যে তেওঁ ওলাই আহিছিল। "তুমি সংকোচ কৰিছা দাস" বকৰাৰ কথাষাৰ দাসৰ মনত এতিয়াও জাগি আছে। "সুন্দৰ নিপোটল দেহটি আজি শেষ হৈ গৈছে।" দাসে ভাবিলে।

"হয় হুজুৰ, তথাপিও আপুনি আমাৰ প্ৰভুৰ নিচিনা। নিজ দেশৰ ভাই-ভনীৰ ওপৰত নিজে অত্যাচাৰ কৰিবলৈ কিমান বেয়া লাগে আমি বুজিছোঁ, কিন্তু আমি বাধ্য হওঁ হুজুৰ! পেটৰ দায়ত পৰি নিজৰ জীৱিকা বজাই ৰাখিবৰ বাবে"—"এই অলপ বহো শ-টো নমাই থ" কথাবোৰৰ মাজতে জয়সিঙে তাৰ চিপাহী কেইটাক আদেশ দিয়ে। সিহঁতে বকৰাৰ দেহটো লৈ অহা চাঙিখনৰ সৈতে নমাই থয়।

"হুজুৰ!" সি আকৌ আৰম্ভ কৰে। "এই বকৰা সঁচাকৈয়ে নিষ্ঠুৰ। সেই ভলন্টিয়াৰ কেইটাক—সিহঁতক ৰাক গুলি কৰিবলৈ কিয় কৈছিল? হুজুৰ আমিও বিচাৰোঁ স্বাধীনতা, আমাৰো শিৰে-শিৰে বৈ যায় স্বাধীন তেজৰ ওপত সোঁত, কিন্তু আমি দমাই ৰাখোঁ কেৱল পেটৰ বাবে আমি লোকক দমন কৰোঁ। গুলিয়াই মৰিয়াই সজীনেৰে খুচি। সিহঁতৰ তপত তেজ হৈ উঠে আমাৰ হেঁপাহৰ বস্তু। আমি যে কিমান নিষ্ঠুৰ হুজুৰ। সিদিনা ময়ে গুলি কৰি পেলাই দিছিলোঁ হাতত ত্ৰিৰঙা পতাকা লৈ আগুৱাই অহা সেই সৰু ল'ৰালীজনীক। তাৰ বাবেই আজি মই হৈছোঁ তিনিতাল কিটাৰ গৰাকী। এটা দলৰ হাৱলদাৰ। বুজিছো চৰকাৰৰ বিভেদনীতি কিমান ঘৃণনীয়। আগতে পৰীক্ষাত উত্তীৰ্ণ হৈ থকাৰ বাবেই মোক আজি আপোনালোকে আপোনালোকৰ লগত লৈ আহিছে। ঠিক

আগৰ দৰেই এখন নাটকত অভিনয় কৰিবলৈ। কিন্তু হুজুৰ সেই নাটকতে আজি অভিনীত হোৱা নাটক অতি ভয়াবহ, অতি কৰুণ অতি কঠোৰ। আজিও মোৰ চকুত জিলিকি উঠে মোৰ বন্দুকৰ গুলিত বাগৰিপৰা ছোৱালীজনীৰ দিপ্‌লিপ্‌ ৰূপটি। উস্‌! কি ভীষণ সেই দৃশ্য! বুজিছো হুজুৰ আজি আপুনি তাৰ প্ৰতিকাৰ কৰিবলৈ গৈছিল তাৰ বাবেই এনে অৱস্থা হুজুৰ। কিয় আপুনি এটা গুলি মোলৈকো নামাৰিলে?"

"ধৈৰ্য ধৰা জয়সিং!" মিঃ দাসে হঠাতে কৈ দিলে। জয়সিং বৈ গ'ল। মুখৰ মাত বন্ধ হ'ল।

"জয়সিং!" দাসে ক'বলৈ ধৰিলে। "যিদিনা মই পুলিচত সোমাওঁ সেইদিনা মই বি. এ পাছ কৰি অহা এটা কলেজৰ ল'ৰা। দেহাত অসীম বল, বুকুত অদম্য উৎসাহ। আজি কামত সোমোৱা মোৰ তিনি বছৰ হৈ গ'ল—এই তিনি বছৰৰ ভিতৰতে কত কি যে কৰিব নলগীয়া কাম কৰিলোঁ। এতিয়া ঘৃণা উপজিছে নিজৰ জীৱনৰ ওপৰতে। এদিন ভাবিছিলোঁ কেনেকৈ ওপৰৰ পদলৈ প্ৰমোচন পাওঁ। কিন্তু জয়সিং! মোৰ অন্তৰৰ সেই পিয়াহ আজি আঁতৰি গৈছে। এই বৃটিছ জাতিটোৰ ভেদনীতি দমননীতি আদিৰ বিৰুদ্ধে মোৰ মনটো জাগি উঠিছে। আজি মোৰ মনে বিচাৰিছে স্বাধীনতা। লোকৰ মাত শুনিবৰ, বগা ওপৰৱালাৰ হুকুম শুনিবৰ ইচ্ছা আৰু মোৰ নাইকিয়া হৈছে। ছিঃ ছিঃ কি কামবোৰ যে নকৰিছিলোঁ আগতে" কথাবোৰ কৈ কিবাকিবি ভাবে মিঃ দাসে।

"আজি সেই জীৱনৰ শেষ হ'ল।" দাসে আকৌ আৰম্ভ কৰিলে "জয়সিং! আজি মোৰ হ'ব প্ৰাণদণ্ড। জীৱনৰ শেষ পাওঁনি। মোক তইঁতে সকলোৰে বাবে যত্ন নকৰিবি জয়সিং। মোৰ ঘৃণিত জীৱনটো শেষ হ'বলৈ এৰি দিবি। মই তইঁতক কেতিয়াও বেয়া নাপাওঁ।"

"হুজুৰ! আপুনিও তো মানুহ। যদিও মই অসমীয়া নহওঁ, আজি

একৈশ বছৰ অসমত কাম কৰিছোঁ। মই অসমীয়া হৈ পৰিছোঁ, অসমীয়াৰ ৰীতি-নীতি অনুকৰণ কৰিছোঁ। মোৰো ল'ৰা-ছোৱালীক অসমীয়া শিক্ষা দিয়াইছোঁ। এই অসম ভূমি মোৰ আই। অসমীয়া ভাষা মোৰো ভাষা। অসমীয়া মানুহবোৰ মোৰ ভাই ককাই। হুজুৰ মই যদি এটা কাম কৰোঁ।”

“কি কাম?” দাসে প্ৰশ্ন কৰিলে।

“আপোনাক আমি খুলি দিওঁ আপুনি ক'ৰবালৈ পলাই যক।”

“কি ক'লা জয়সিং মোক খুলি দিবা? মই পলাই যাম ক'ৰবালৈ? কিন্তু তোমাৰ যে বিপদ হ'ব জয়সিং।”

“মোৰ বিপদলৈ আপুনি ভাবিব নালাগে হুজুৰ, মই তাৰ উপায় কৰিম। আপুনি যক। বৃটিছৰ কৰাল গ্ৰাসৰপৰা ভাৰত মাতৃক অসম মাতৃক ৰক্ষা কৰক।”

“জননীক উদ্ধাৰ কৰাৰ অদম্য ইচ্ছা, কিন্তু বৃটিশৰ ইমান পালি-প্ৰহৰীয়াৰ মাজত মোৰ জীৱন জানো ৰক্ষা পৰিব?”

“আপোনাৰ দেশৰ গদাপানিলৈ মনত পেলাওক হুজুৰ তেওঁৰ উপায় অৱলম্বন কৰক। দেৰি হৈ গৈছে। এই হুজুৰক খুলি দে। তহঁতি সকলোৱে শুনিছ তহঁতি অসমীয়া তহঁতি ভাৰতীয়। দেশৰ স্বাধীনতা অকল হুজুৰ সকললৈকে নহয়, আমালৈকো আহিব। হুজুৰক মুক্তি দে। হুজুৰ পলাই যক। পাৰিলে দেশ ৰক্ষা কৰক। আৰু তহঁতি বৰ চাহাবক কৈ দিবি গুলি কৰিয়েই তেখেত ক'ত পলাল বা ক'ত থাকি গুলি কৰিলে আমি একো ক'ব নোৱাৰোঁ। ছোট চাহাবৰ হুকুম মানি আমি আমাৰ কাম কৰি আছিলোঁ। হঠাৎ ছোট চাহাবৰ উস্ বোলা মাত শুনি লৰি আহিলোঁ। ওচৰ পায় দেখিলোঁ ছোট চাহাব আৰু কেইজনমান ভলন্টিয়াৰ পৰি আছে। দাসবাবুক বিচাৰি ক'তো নাপায় নিৰুপায় হৈ আমি গুচি আহিলোঁ। বচ্ হৈ যাব। পিছত যি কৰিব লাগে আমি কৰিম।”

চিপাহী কেইটা মৈমান হ'ল। সিইঁতৰ শিৰে শিৰেও বৈ গ'ল

তপত তেজৰ সোঁত। সিহঁতে মিঃ দাসক খুলি দিলে। তেওঁ মুকলি হ'ল।

"হজুৰ এই বন্দুকটো আৰু গুলিখিনি লগত লৈ যাওক। বহুত কামত আহিব।" জয়সিঙে বন্দুকটো আগবঢ়াই দিলে।

"নালাগে জয়সিং, বন্দুক নিলে বিপদ আছে।"

"তেন্তে এই পিস্তলটোকে নিয়ক।" জয়সিঙে তেওঁৰ পিস্তলটো কঁকালৰপৰা খুলি মিঃ দাসলৈ আগবঢ়াই দিলে। দাসে তেওঁৰ হাতত থকা সকলোবোৰ গুলিসহ পিস্তলটো লৈ লাহে লাহে থিয় হ'ল। বকস্নাৰ মৃতদেহৰ ওচৰলৈ গৈ ঢাকি থোৱা কাপোৰখন গুচাই মুখখন শেষ বাৰৰ বাবে এবাৰ চাই ললে।

"জয়সিং আৰু চিপাহীসকল! তোমালোকৰ কৃপাত মোৰ প্ৰাণৰক্ষা পৰিছে, কিন্তু তাৰ লগে লগে তোমালোকৰ আগতে শপত খাই কৈছোঁ এই জীৱন দেশ-মাতৃৰ চৰণত বলি দিবৰ কাৰণে আগবঢ়াই দিছোঁ। যোৱা, বন্ধুসকল! তোমালোক যোৱা! ক্ৰূৰ বৃটিছক মোৰ কথা যিমান পাৰা লগাবাগৈ। তোমালোকৰ যাতে একো অনিষ্ট নহয় তাৰবাবে চেষ্টাৰ ত্ৰুটি নকৰিবা।"

মিঃ দাসে লাহে লাহে খোজ ল'লে। বাজআলি এৰি তেওঁ হাবি সোমাল। জয়সিং আৰু চিপাহী কেইটাই আগৰ দৰেই মিঃ বকস্নাৰ শ'টো কান্ধত লৈ আগবাঢ়িল নগৰৰ কোলাহলৰ মাজলৈ।

## ॥ আঠ ॥

বিলাতী বৰণৰ সাজ পিন্ধা এটা মানুহ আহি অনিমাহঁতৰ দুৱাৰ মুখত উপস্থিত হ'ল। অনিমা সেই সময়ত ব্যস্ত আছিল কিবা দৰকাৰী কামত।

"ঘৰত কোন আছে?" মানুহজনে মাত দিলে। কামত ব্যস্ত হৈ থকা অনিমা কাম এৰি ওলাই আহিল।

"আপুনি! ক'ৰপৰা আহিল বহক।"

"নবহোঁ অনিমা বৰ বিপদ। তোমালোকক খবৰ দিবলৈ ল'ৰি আহিছোঁ, তোমালোক বেগেতে যাব লাগে।"

"বেগেতে যাব লাগে! ক'লৈ শইকীয়া?"

"তোমালোকে বোধকৰোঁ গমপোৱা নাই, যোৱাৰাতি আমি মেধিৰ ঘৰত আমাৰ কামত ব্যস্ত হৈ থাকোঁতেই ৰাতি প্ৰায় দুটা বজাত এদল চিপাহী লৈ পুলিচৰ ডেপুটি চুপাৰিন্‌টেন্‌ডেণ্ট নিজেই উপস্থিত। বাহিৰৰপৰা মাত দিলে আমি দুৱাৰ খুলিদিবৰ ইচ্ছা কৰা নাছিলোঁ। অলপ দপ্‌দপনি মৰাত দুৱাৰ মেলি দি খেদি দিবৰ ইচ্ছা কৰি দুৱাৰ খুলি দিলোঁ। হঠাতেই গুকম্ গুকম্ শব্দ হ'ল। তোমাৰ ককাইদেউ আৰু প্ৰফুল্ল পৰি গ'ল। তেওঁ মোলৈ পিস্তল টোৱাৰ খোজোতেই আকৌ গুকম্ গুকম্ শব্দ হ'ল ডেপুটি চুপাৰিন্‌টেন্‌ডেণ্ট পৰি গ'ল। তাৰপিছত আমি তোমাৰ ককাইদেউ আৰু প্ৰফুল্লক তত্তালিকে বহুত দূৰত থকা নীলধৰ মিকিৰৰ ঘৰত থৈ আহিছোঁ। শুশ্ৰূষা কৰিবৰ বাবে মানুহৰ আৱশ্যক কিন্তু আমাৰ হাতত সময় বৰ কম গতিকে তোমালোক এতিয়াই যাব লাগে। মই এখন ঘোঁৰাৰাগী বন্দোবস্ত কৰি আনিছোঁ তাতেই উঠি তোমালোক যোৱাঁ। কিন্তু সাৱধান হ'বা যাতে তোমালোক ক'লৈ গৈছা সেইকথা কোনেও নাজানে।"

"আপুনি এতিয়া কোনফালে যাব শইকীয়া?"

"মই এতিয়া কেনি যাওঁ একোকে ঠিক কৰিব পৰা নাই। চাৰিও ফালৰপৰা বিপদে আগুৰি ধৰিছে। কোনোফালেও ওলাবৰ উপায় নাই। কামকৰা মানুহৰ সংখ্যা অতি কম। মই এতিয়া চাইকেল লৈ আনন্দ কেইজনমান কৰ্মীৰ ওচৰলৈ যাওঁ। তোমালোক সোনকালে যোৱা অনিমা দেৰি নকৰিবা।"

"অৰুণা আৰু মই এইমাত্ৰ গৈছোঁ। আপুনি নিশ্চিন্ত হৈ থাকক শইকীয়া।"

শইকীয়াই বিদায় লৈ তত্তালিকে চাইকেল এখনত উঠি গুচি গ'ল। অনিমাই ভিতৰলৈ গৈ জীৱনৰ সম্বল দীঘল ছুৰিকটাৰীখন ভালকৈ কাপোৰৰ আঁৰত লুকুৱাই ললে। তাৰপাছত ধোবাবাগীখনত উঠি অৰুণাৰ ঘৰৰকালে আগবাঢ়িল। অৰুণাই বাহিৰতে কিবা হাতৰ কাম কৰি আছিল। অনিমা উধাতুখাই অৰুণাৰ ওচৰ পালে। মনে মনে দুয়ো কিবাকথা পাতিলে। অৰুণা ভিতৰ সোমাই গ'ল। লগে লগে অনিমাও গ'ল। গাকৰ তলৰপৰা চাবিকোঁচা লৈ অৰুণাই আলমাৰিটো খুলিলে। তাৰপৰা সৰু-ডাঙৰ কেইটামান দৰৱৰ বটল, কিছুমান কপাহ, কেইখনমান চাকা কটাকানি লৈ এটা সৰু টোপোলা বান্ধিলে। তাৰপিছত পিস্তলটো লৈ আকৌ বাহিৰলৈ ওলাই আহিল। দুয়ো ধোবাবাগীত উঠাৰ পিছত বাগী চলি গ'ল।

"ঘটনাটো কেতিয়া ঘটিল অনিমা?" বাটত গৈ থাকোতেই অৰুণাই সুধিলে।

"কথাটো মই বিশেষ একো নাজানো। শইকীয়াই যোৱা ৰাতি বুলি ক'লে। আৰু ক'লে ককাইদেউ আৰু প্ৰফুল্ল দুয়ো শয্যাগত। শুশ্ৰষাৰ অভাৱ।"

"আজি শুনিলো বোলে পুলিচ ইন্সপেক্টৰ মিঃ দাসে কাৰবাক গুলিয়াই পলাই গৈছে।"

"মিঃ দাস কোন হে?"

"কিয় তুমি চিনি নোপোৱা? তেওঁ আমাৰ ককাইদেউৰ বৰ প্ৰিয় বন্ধু। আমাৰ ঘৰলৈ প্ৰায়ে আহে। তুমি দেখিছা পাহৰিছা হে।"

"অ'—হয় হয় মনত পৰিছে। কাক গুলি কৰিলে নো?" গাৰোৱানটোৱে কথাবোৰ কাণদি শুনে। অৰুণা আৰু অনিমাই কথাটো বিশেষ লক্ষ্য নকৰে।

"ক'ব নোৱাৰোঁ। সবিশেষ খবৰ এতিয়াও বাহিৰ হোৱা নাই। পুলিচৰ জোৰ তদন্ত চলিআছে।"

"এই! ৰাখ!" অনিমাই গাৰোৱানটোক হুকুম দিলে। ঘোঁৰা-গাড়ী ৰল। অৰুণা আৰু অনিমা নামি পৰিল গাড়ীৰপৰা।

"ভাড়া কিমান লাগে?"

"এক টকা বাবুৱানী।"

চামৰাৰ সৰু বেগটো খুলি অৰুণাই টকা এটা তাৰ হাতত দিলে। তাৰপিছত তাক যাবলৈ হুকুম দি দুয়ো খোজকাঢ়ি গাঁৱৰ মাজলৈ আগবাঢ়ি গ'ল। জঙ্গলী মিকিৰ গাঁওখনৰ ওখ ওখ গছবোৰ ডাঙৰ ডাঙৰ শিলবোৰ দেখি অৰুণাৰ মনত ভাল লাগে। এজনী মিকিৰণী ছোৱালীয়ে কুলু-কুলুকৈ বৈ অহা নিজৰাটোৰপৰা পানী ভৰাই থকা তেওঁলোকৰ চকুত পৰে। দুয়ো তাইৰ ওচৰ চাপি যায়। সুন্দৰ গঠন তাইৰ দেহৰ। যৌৱনৰ পূৰ্ণতা তাইৰ শৰীৰত সম্পূৰ্ণৰূপে বিৰাজ কৰিছে। তেওঁলোক ওচৰচাপি যোৱা দেখি এটা মিচিকিয়া হাঁহি মাৰি তাই থিয় হ'ল। আঠুৰ ওপৰত থকা বসনখন, গাত লৈ থকা কাপোৰখন, ডিঙিত পিন্ধা ডাঙৰ ডাঙৰ মণিৰে সৈতে জোনবিবিটো তেওঁলোকৰ খুব ভাল লাগিল।

"তোৰ নাম কি?" ওচৰচাপি গৈ অনিমাই তাইক সুধিলে।

"কাচেং, তোমালোক বাৰু ক'লৈ যাবা?"

"আমি তইঁতৰ গাঁৱলৈকে যাম।" অৰুণাই ক'লে।

"ক'ৰপৰা আহিছা?"

"নগৰৰপৰা। নীলধৰ মিকিৰৰ ঘৰ কোনটো অ'?"

"অ' মোৰ ককাৰ?"

"ওঁ।"

"কেলেই? তোমালোক চৰকাৰৰ খবৰ মানুহ নে কি?"

"নহয়, আমি কংগ্ৰেছী মানুহ হে। তেওঁৰ ৰখত আমাৰ কেইজনমান মানুহ আছে।" অনিমাই ক'লে।

"ওঁ দুটা মানুহ আছে। মোৰ ককাই সিহঁতক খুব প্ৰতি-পাল কৰিছে। সিহঁতৰ ভৰিত ঘা লাগিছে হাততটো ভাগি গৈছে।"

"ব'ল কাচেং আমাক লৈ।ব'ল।"

"তোমালোক চৰকাৰৰ ঘৰৰ মানুহ নহয় ঠিক?"

"ঠিক্" দুয়ো একে লগে উত্তৰ দিলে।

"তেনেহলে আহাঁ মোৰ পিছে পিছে।"

"আৰু কিমান দূৰ আছে কাচেং?"

"সৌৱা অলপমান।"

পৰ্বতটোত উঠি-নামি তেওঁলোক আগবাঢ়ে। কিছুদূৰ গৈয়ে তেওঁ-লোক নীলধৰ মিকিৰৰ ঘৰত উপস্থিত হ'লগৈ। আদৰ-সাদৰ কৰি মিকিৰে তেওঁলোকক বহিবলৈ দিলে। তেওঁবিলাক বহাতকৈ আহত ৰোগী দুজনৰ কাষ চাপিল। বান্ধিথোৱা ঘা কেইটুকুৰাবপৰা তেজ বিৰিঙি আছিল তেতিয়াও। তেওঁলোক সেই সময়ত চিলমিলকৈ টোপনি গৈছিল। অনিমাই কাষচাপি লাহে লাহে ঘা কেইডোখৰ চালে। হৰেণ আৰু প্ৰফুল্ল দুয়ো চক্‌মককৈ সাৰপাই উঠিল। ওচৰতে অৰুণা আৰু অনিমাক থিয় হৈ থকা দেখি তেওঁলোকৰ মনত ভাল লাগিল।

"আমাক বচোৱা।" আকণাইতৰ কালে চাই হৰেণে সেহাই-সেহাই ক'লে। অৰুণা ওচৰ চাপি গ'ল। কাচেঙো তেওঁবিলাকৰ লগতে ওচৰ চাপি গ'ল। আৰাত পোৱা ঠাই কেইডোখৰৰ বান্ধ খুলি তেওঁলোকে খুব লাহে লাহে ঘা কেইডোখৰ ধুলে। ঘৰৰপৰা লৈ যোৱা দৰৱনি অতি খুনিয়াকৈ ঘা কেইডোখৰ বান্ধি দিলে। সেই কামত কাচেঙেও তেওঁলোকক যিমান পাৰে সহায় কৰিলে। কাচেঙৰ কামবিলাক দেখি তেওঁলোকৰ কাচেঙলৈ বৰ মৰম লাগিল।

ধোঁৱাবাঙীৰ গাৰোৱানটোক অনিমাইঁতে বেচ দি বিদায় দিলে কিন্তু সি নগ'ল। অনিমাইঁত অহাৰ পিছত সি ধোঁৱাটো একোণা গছত বান্ধি থ'লে। ধোঁৱাবাঙীখন ঠেলি নি হাবিৰ মাজতে মানুহে

নেদেখাকৈ লুকুৱাই, লগত লৈ অহা কংগ্ৰেছী পোছাকটো সুন্দৰকৈ পিন্ধি লাহে লাহে যাবলৈ ধৰিলে। অকণাইঁতে কাচেঙৰ লগত কথাপতা, কাচেঙে তেওঁবিলাকক কৰা প্ৰশ্ন আৰু তেওঁলোকৰ উত্তৰ সবিশেষ লিখি ল'লে। তাৰপিছত কাচেঙে যেনিয়েই অকণাইঁতক লৈ গ'ল, তেনিয়ে সিও খুব সন্তৰ্পণে আগবাঢ়িল। অলপ আঁতৰত বৈ থাকি অকণাইঁতৰ সকলোবোৰ কামৰ সি অনুসন্ধান চলালে। তাৰ-পিছত বেগাবেগীকৈ আহি তাৰ পোছাকটো সলাই লৈ ঘোঁৰাবাগী চলাই দিলে। পোনে পোনে সি নগৰৰ থানালৈ আগবাঢ়িল। থানাৰ দাৰোগাক সবিশেষ জনালে। কাৰ কাৰ ঘৰৰপৰা ছোৱালী দুজনী গ'ল, ক'লৈ গ'ল, গৈ কি কৰিলে সবিশেষকৈ সি ঘৰৰকালে গুচি গ'ল।

থানাৰ দাৰোগাই ততালিকে চুপাৰিন্‌টেন্‌ডেন্টক খবৰ দিলে। খন্তেক একোনাই হৈ থকা পুলিচ চুপাৰিন্‌টেন্‌ডেন্টে ততালিকে চাৰি ডজন বণুৱা চিপাহীসহ -জয়সিংক মাতি পঠালে। লগত এজন দাৰোগা দিলে। জয়সিংয়ে কিন্তু যাবলৈ অসম্মতি প্ৰকাশ কৰিলে।

"হুজুৰ! নিজ ভাইভনীৰ ওপৰত গুলি চলাবলৈ মই অসমৰ্থ। আন কোনোবা হাৱলদাৰক পঠিয়াই দিয়ক। চাহাব! দুকুৰি টকা পেটৰ খোৰাকীৰ বাবেই দেশদ্ৰোহী নাম লবলৈ মই অপাৰগ। ইচ্ছা হ'লে হুজুৰে মোক বিদায় দিব পাৰে।"

বগা চামৰাৰ পুলিচৰ চাহাবে সেইকথা শুনি বৈ থাকিব নোৱাৰিলে। তেওঁ পোনেই আহি জয়সিঙৰ গালত ঠাচ্‌ঠাচ্‌কৈ দু-চৰ শোধাই দিলে। দেশপ্ৰেমিক জয়সিংয়ে সেই সকলোবোৰ কথা নিৰৱে সহ্য কৰিলে। তাৰ দুচকুৰেদি দুধাৰি চকুলো বৈ গ'ল। চকুপানীখিনি মোহাৰি পেলাবলৈকো তাৰ হাত এখন ওপৰলৈ উঠি নাথাকে। পুলিচৰ চাহাব সিমানতো ক্ষান্ত নাথাকিল। তেওঁ ততালিকে তাৰ নাম বৰ্খাস্ত কৰি দিলে। চাই থাকোতেই সুসজ্জিত জয়সিং সামান্য মানুহ হৈ থানাৰ সীমা অতিক্ৰম কৰি বাহিৰ ওলাই আহিল। তাৰ লগতে তাৰ দুই ডজন চিপাহীয়েও সিহঁতৰ অসমৰ্থতা স্বীকাৰ

কৰিলে। পুলিচ চাহাবৰ খঙৰ জুইত ঘিউ পৰিল। সিহঁতক বন্দী কৰি সুমুৱাই থ'বৰ কাৰণে আন এটা চিপাহীক হুকুম দিলে। কোনো বাক্‌বিতণ্ডা নোহোৱাকৈয়ে দুই ডজন চিপাহী থানাৰ বন্দীশালত আবদ্ধ হ'ল। পুলিচৰ চাহাবে গতি বিক্ৰম দেখি নিজেই ছয় ডজন চিপাহী লৈ বোঁৱাবাৰী অনা চোৰাংচোৱাক লগত লৈ নীলধৰ মিকিৰৰ ঘৰ পালেগৈ। আহত দুজন অনিমা অৰুণা আৰু নীলধৰ মিকিৰক বন্দীকৰি তেওঁলোক গুচি আহিল। হঠাৎ এনে হোৱাৰ কাৰণ কোনেও বুজিব নোৱাৰিলে। চকুলনেত্ৰে দুগৰাকী দেশপ্ৰেমিকাই মাত্ৰ ইগৰাকীয়ে সিগৰাকীৰ মুখলৈ চালে এবাৰ। পুলিচৰ কঠোৰ পহৰাত ভলত ৰাখি আহত প্ৰফুল্ল আৰু হৰেশ্বৰক চিকিৎসাৰ কাৰণে পঠিয়াই দিলে হাস্পতাললৈ। অৰুণা আৰু অনিমাক থানাত আটক কৰিলে।

কাচাৰীত বিচাৰ আৰম্ভ হ'ল। অৰুণা আৰু অনিমাক নিজৰ জিলাৰপৰা বহিষ্কৃত কৰাৰ আদেশ হ'ল। চৌবিশ ঘণ্টাৰ ভিতৰত নিজৰ জিলা এৰি যাবলৈ তেওঁলোকক হুকুম দিলে। চিপাহী-খিনিক সাতদিন জেলত ৰাখি কামৰপৰা বৰ্খাস্ত কৰাৰ হুকুম দিয়া হ'ল। দাসক ধৰি দিব পৰা মানুহজনক পাঁচশ টকা দিয়াৰ ঘোষণাৰ উপৰিও দাসৰ খবৰ ৰাখিবৰ কাৰণে চাৰিওফালে নতুন চোৰাংচোৱা নিযুক্ত কৰা হ'ল।

## ॥ ন ॥

হাৱলদাৰ জয়সিঙে সহকাৰী বৰ চাহাবৰ হুকুম অমান্য কৰি মিঃ দাসক বন্দী কৰাৰপৰা মুক্তি দিলে। দাসে নিজৰ জীৱন ৰক্ষা কৰা দ্বিতীয়তে দেশসেৱা কৰাৰ আকাঙ্ক্ষা বুকুত ৰাখি লৈ

এখোজ দোখোজকৈ যাবলৈ ধৰিলে। জয়সিঙে দিয়া পিস্তলটো হ'ল হাতৰ সম্বল। জেপত থোৱা দহ টকাৰ নোট কেইখনেই হ'ল আহাৰৰ যোগাৰ। একো নভবাকৈয়েই মিঃ দাস আগবাঢ়ি গৈ থাকিল। অন্তৰত গধুৰ ভাৰ, মুখত বিষাদৰ কালিমা। কোনো লগ নাই, কোনো বন্ধু নাই। পুলিচৰ পোছাক পিন্ধি তেনেকৈ থোৱাটো যে ভুল হৈছে সেই কথা হঠাৎ দাসৰ মনত খেলালে। চৰকাৰী বাট এৰি তেওঁ এইবাৰ হাবিৰ বাটেৰে খোজ পেলালে। বেলি দুপৰ হ'ল। পেটত আহাৰ নাই। খুব ভোক লাগিছে। ঠিক সেই সময়তে এজন গাঁৱলীয়া মানুহে কেই আধিমান কল এখন দোকানত দিবলৈ লৈ আহিছিল। মিঃ দাসে তেওঁক দেখি ওচৰলৈ গৈ মাতিলে। পুলিচ দেখি মানুহজনে লৰাধপৰাকৈ ওচৰ চাপি আহিল।

"হুজুৰ নমস্কাৰ।"

"নমস্কাৰ" দাসে প্ৰতি নমস্কাৰ জনাই বুঢ়াক সুধিলে কলৰ কিমান দাম কৰিছা?"

"দেউতা! দোকানত দিয়া হলে আধিত তিনি অনাকৈ পালোঁহেঁতেন, এতিয়া আপুনি যি দিয়ে দিয়ক আৰু।"

"বাৰু তিনি অনাকৈয়ে লবা। থোৱাচোন এই টকা দহটা ভঙাই আনা, মই বহুত দূৰৰপৰা খোজকাঢ়ি আহিছোঁ। যাবও লাগিব বহুত দূৰ বিশেষ চৰকাৰী লেঠা এটাত। বৰ ভাগৰ লাগিছে।"

মানুহজনে দহ টকাৰ নোটখন হাত পাতি লৈ দোকানৰপৰা অলপ পিছতে ভঙাই ঘূৰি আহিল। দাসে কলৰ দামটো হিচাপ কৰি পইছা কেইটা দি বাকী কেইটা নিজৰ জেপত ভৰাই কল এটাৰ এডোখৰ খাই ক'লে "হেৰা ইয়াত পানী পোৱা যাব নে?"

"পোৱা যাব দেউতা।"

"থোৱাচোন পানী এটোপা আনি দিয়া বৰ পিয়াহ লাগিছে। ইয়াৰপৰা নগৰলৈ কিমান দূৰ হ'ব বাৰু?"

"খাব মাইলবো ওপৰ। বাক দেউতা মই দেখেছে অলপ পানী আছো। নহলে দেউতাই কাম এটা কৰিলে জানো দেয়া হব ?"

"কি কাম ?"

"খন্তেক দুখীয়াৰ ঘৰতে বহিলে গুদাই নিকাৰী চাহ এটোপাকে খাব পাৰিলেহেঁতেন। আমি দেউতা কলিতা মানুহ, চাহ এটোপা খালে দোষ নহ'ব কিজানি।"

"তোমালোক ঘৰলৈ ইয়াৰপৰা কিমান দূৰ হ'ব ?"

"বিড্ এটাৰ বাট দেউতা। এই হাবিখন পাৰ হলেই আমাৰ গাঁওখন পায়।"

মিঃ দাসে অলপ নিৰাপদ যেন অনুমান কৰি জিৰাবৰ ইচ্ছা কৰি ক'লে "আমি চৰকাৰী মানুহ, চৰকাৰী কামত আছি এইভাগে ঘৰে ঘৰে খাই ফুৰিলে চৰকাৰী চাকৰীতো যাবই আৰু বা কি হ'ব তাৰ ঠিকনা নাই। মই তোমালোকৰ ঘৰলৈ যোৱাৰ কথা তুমি যদি কাকোবাক কোৱা আৰু সেই কথাষাৰ যদি আমাৰ বৰচাহাবৰ কাণত পৰে তেতিয়াহলে তোমাৰ ঘৰত খোৱা চাহপানী আমাৰ মুখে আকৌ বাহিৰ হ'ব গম পাইছা ?"

"এহ দেউতা বন্দীক নো তেনেকুৱা বুলি ভাবিছে নে ? খন্তেক জিৰণি লৈ আপুনি গুচি আহিব।"

"বাৰু ব'লা।"

বৰ আস্তে বেস্তে বুঢ়াই মিঃ দাসক তেওঁৰ ঘৰত বহুৱাই চাহ-জলপান দিলে ক্লান্ত হৈ অহা মিঃ দাসে তাক অমৃত যেন পাই পালে। বুঢ়াৰ শুশ্ৰূষাত দাসৰ ভাল লাগিল। পুলিচ হৈ কৰা অত্যাচাৰ বিলাকৰ কথা মনত পৰাত তেওঁ নিজেই নিজকে ধিক্কাৰ দিলে। মিঃ দাসৰ আচাৰ ব্যৱহাৰত বুঢ়াই সন্তোষ্ট হৈ ভাবিলে। "সকলো পুলিচেই যদি এনেকুৱা হলহেঁতেন" সেইদিনা দাস বুঢ়াৰ ঘৰতে থাকিল।

পিছদিনা ৰাতি পুৱাল। মিঃ দাসে কোনকালে পোৱাবপৰা উঠি-

বুঢ়াক সোনকালে যোৱাৰ কথা জনালে। বুঢ়াই খুব লবালবিকৈ ছুটামান চাউল উতলাই দিবৰ কাৰণে পুঠি মাছ এটা বিচাৰি গ'লাল। অলপ পিছতে বুঢ়াই ধৰি অনা মাছ কেইটা বুঢ়ীয়ে লবালবিকৈ ৰান্ধি দিলে। মিঃ দাসে খাই বৈ উঠি যাবলৈ ওলাই ক'লে "ককাই! কালিবেপৰা তোমালোকক এনেয়ে বৰ দিগদাৰ দিলোঁ। আমি চৰকাৰী মানুহ, চৰকাৰী কামত আহি লোকক আহুকাল কৰাটো আমাৰ অনুচিত।"

"এই দেউতা সেইদৰে নো কেলেই কয়। চৰকাৰী মানুহ বুলি চাহটোপা ভাত এমুঠি খুৱালে আমাৰ ঢুকাই যাব নে?"

"নাযায় তথাপি মই কথাৰ মাত এটাহে কৈছোঁ।"

"হয় হয়" বুঢ়াই শলাগিলে।

"মোক তুমি আৰু এটা সহায় কৰি দিব লাগে পাৰিবা নে বাৰু?" দাসে বুঢ়াক সুধিলে।

"কওঁকচোন কি জানি পাৰোঁৱেই। দেউতাই আৰু বলে নোৱাৰা কাম এটালৈ পাচিব নে?"

"সেইটো অৱশ্যে সঁচা। মোক তোমালোকে যদি পাৰা এটা কামিজ এখন চুৰিয়া আৰু এটা পাগ যোগাৰ কৰি দিয়া। কাৰণ মই যি কামত আহিছোঁ সেই কাম এনে চৰকাৰী পোছাকেৰে সমাধা কৰা টান হ'ব। বৰ চাহাবৰ হুকুম পাই বৰ লবালবিকৈ গুচি আহিলোঁ এইবোৰ যে লৈ আহিব লাগিছিল এতিয়াহে মনত পৰিছে। মোৰ এই চৰকাৰী পোছাকটো তোমালোকৰ পেৰাৰ ভিতৰত এনেদৰে সুমুৱাই থবা যাতে কোনেও বিচাৰি নাপায়। পাৰিবা নে সহায় কৰিব কোৱাচোন।"

বুঢ়া ভিতৰলৈ সোমাই গ'ল। একো নমতাকৈয়ে অলপ পিছত এটা কামিজ এখন চুৰিয়া আৰু এটা পাগুৰি লৈ ওলাই আহিল। কাপোৰসাজ দাসৰ হাতত দি ক'লে "এই বুঢ়াৰ ছুজোৰ মাত্ৰ সাজ, তাৰে এজোৰ এখেতক দিছোঁ যি কৰে কৰিব আৰু।"

“ভয় নাই ককাই! মই নিজে আহিব নোৱাৰিলেও যেনেতেনে পঠাই দিম। অ’ এটা কথা, মই যদি নিজে আহিব নোৱাৰোঁ বা নাহোঁ তেতিয়া তুমি এটা কাম কৰিবা মোৰ চৰকাৰী পোছাকটো” —দাসে কথাষাৰ শেষ কৰিবলৈ নাপাওঁতেই বুঢ়াই ক’লে—

“ও দি পঠিয়াম।”

“নহয়, দি পঠিয়াব নালাগে। কোনেও গম নোপোৱাকৈ তুমি সাজটো জুই লগাই পুৰি পেলাবা নতুবা দকৈ গাঁত খান্দি পুতি পেলাবা। কেতিয়াবা ক’ৰবাত বদমাছ পুলিচে পালে তোমাক দিগ্‌দাৰ দিব পাৰে।”

“হয় হয় দেউতা তাকে কৰিম বাৰু।”

মিঃ দাসে কাপোৰবোৰ সলালে। পিস্তল, টকা কেইটা আৰু গুলিখিনি আগৰদৰেই সুন্দৰকৈ ৰাখি দাসে বিদায় ল’লে। মিঃ দাসে এতিয়া অলপ তত্‌পালে। পাগুৰি চাগুৰি মাৰি ডকতৰ দৰে কোট লগুণ লৈ আগবাঢ়ি গ’ল ৰেলৰ ষ্টেচনৰ ফালে। ভাটিয়নী ৰেল আহি হাজিৰ হ’ল। পুলিচে দি থকা কঠোৰ পহৰাৰ মাজতো কোনো বিপদ নোহোৱাকৈ টিকট এটা কিনি মিঃ দাস ৰেলত উঠি বহিল। ৰেল চলি গ’ল।

সন্ধ্যা লাগিল, এন্ধাৰ হ’ল। ৰাতি হ’ল। দহ, এঘাৰ, বাৰ বাজিল। সময় বাগৰি গৈ আছে। মিঃ দাসৰ চিলমিলকৈ টোপনি আহিল। কলাঘুমটীয়া টোপনিত ব’ব নোৱাৰি কোঠাটোৰ বেৰতে আউজি তেওঁ শুই পৰিল। প্ৰতিটো ষ্টেচনতে ৰেল ৰৈছে। অনেক মানুহ উঠিছে। অনেক মানুহ নামিছে। মিঃ দাসৰ সেইবোৰলৈ ভ্ৰূক্ষেপ নাই। কিবাকিবিবোৰ তেওঁ ভাবি গৈছে।

কেইজনমান মানুহ উঠিল। তাৰে একজনে মিঃ দাসক বহিবলৈ অকণমান ঠাই বিচাৰি অনুৰোধ কৰিলে। কোনো মাত নামাতি মেলি থোৱা ভৰি কেইটা চপাই লৈ মিঃ দাসে কজমটিয়াবলৈ ধৰিলে।

কেইজনমান মানুহে কথাপাতি গৈছে সেইদিনাৰ ঘটনাৰ বিষয়ে।

তেওঁলোকৰ মাজত নানান ধৰণেৰে আলোচনা হৈছে। সহকাৰী পুলিচৰ চাহাবক কোনে গুলি কৰিলে কোনেও ক'ব নোৱাৰিলে। তাৰ ভিতৰত এজনে ক'লে "ৰমেশ দাসে গুলি কৰি পলাল।"

চিল্‌মিলকৈ অহা টোপনিৰপৰা চক্‌মককৈ সাৰ পাই দাসে চকু দুটা জোৰেৰে মেলিবৰ যত্ন কৰিলে। কিন্তু ব্লেকআউটৰ গভীৰ এন্ধাৰৰ মাজত তেওঁ কাকো চিনিব নোৱাৰিলে। আলোচনা হোৱা নানান কথাবোৰে তেওঁৰ অন্তৰত প্ৰতি মুহূৰ্ত্ততে তুলিছে একোটা জোকাৰণি। প্ৰতিজন মানুহৰ কথাই যেন তেওঁক গ্ৰেপ্তাৰ কৰিবলৈ খেদি আহিছে। অতি ভয়ে ভয়ে চুপচাপ বহি থাকিল মিঃ দাস।

ৰাতি প্ৰায় তিনিটামান বাজিল। ৰেলখন গৈ এটা হাবিতলীয়া ষ্টেচনত ৰ'ল। মিঃ দাস লাহেকৈ ৰেলৰপৰা নামি টিকটটো চেকাৰৰ হাতত এটা গাঁৱলীয়া হোজা মানুহৰ দৰে গতাই দি ইফালে-সিফালে চাই এখোজ দোখোজকৈ বাহিৰ ওলাল। চতুৰ্দশীৰ জোনটোৱে তেতিয়া আকাশত ওলাবৰ বাবে কাৰবাৰ কৰিছিল। সেই কাৰণে গোটেই জগতত এটা পোহৰৰ আভা বিয়পি পৰিছিল। দাসে ইফালে-সিফালে চাই কোনো মানুহ দেখা নাপাই অতি সন্তৰ্পণে কঁকালৰপৰা পিস্তলটো উলিয়াই কেইটামান গুলি ভাত খাজি লৈ খুব সাৱধানে আগবাঢ়িল।

খুব আন্ধাৰ বাট। গছৰ মাজেদি অহা জোনৰ কিৰণে কোনো মতেই পোহৰ কৰিব পৰা নাই। অন্তৰত সীমাহীন ভাৱৰ এটা বোজা লৈ তিনি মাইল দূৰৈত থকা এজন বন্ধুৰ ঘৰলৈ মিঃ দাসে খোজ পেলালে।

বহুত দিনৰ আগতে অহা বাটটো তেওঁ যেন পাহৰি গৈছে। সুবিধা কোনো সুবিধা নাই। ঈশ্বৰৰ ওপৰত ভৰসা কৰি তেওঁ গৈ থাকিল। ঠিকমতেই গৈ মিঃ দাস যেতিয়া বন্ধুৰ ঘৰত উপস্থিত হৈছিল তেতিয়া বাঙলী বেলিয়ে পুব প্ৰান্তৰ বহুত দূৰত অলপ হেঙুলীয়া আভা পেলাইছিল। দুঁৱৰপৰা পাগটো খুলিলৈ জপনা

খুলি তেওঁ ভিতৰ সোমাই গ'ল। কলিতা, কলিতা বুলি কেইবাবাৰো মাত দিলে। হঠাৎ টোপনিৰপৰা সাৰ পাই কলিতাই মাত দিলে “কোন?”

“মইহে ভাই ওলাই আহাচোন।”

শোৱাৰপৰাই খিৰিকিখন খুলি চকু কেইটা আধা মেলি আধা জপাই মুৰটো দাঙি চিঞৰি উঠিলে কলিতাই।

“ভাই দাস! ক'ৰপৰা আহিলাহে ইমান ৰাতি পুৱাই?” তাৰ পিছত দুৱাৰখন খুলি দাসক ক'লে “আহাঁ ভাই সোমাই আহাঁ। তুমি ইয়াতে অলপ বহা মই মাইকক জগাই দিওঁ।”

“নালাগে তুৰলৈ নিদ্ৰা। ময়ো অলপ শুই লওঁ। অসময়ত তোমালোকক আমনি কৰিছোঁ।”

“ধেৎ তুমি কি কথাবোৰ কৈছা, তুমি আগতে চাহ একাপ খাই শোৱা ভেতিয়া ভাল লাগিব।”

“নাই নালাগে তেখেতসকলক লাহে বীৰে উঠিবলৈ দিয়া। ময়ো এঘুমতি মাৰি লওঁ।” এই বুলি মিঃ দাসে পাওৰিটো কলিতাৰ আলনাডালত থৈ কামিজটো সোলোকাই আলনাডালৰ খুঁটা এটাতে আৰি থ'লে। পিস্তলটোৰ গুলি কেইটা খজাৰপৰা উলিয়াই কামিজটোৰ জেপত ভৰাই লৈ তেওঁ নিশ্চিন্ত হৈ বন্ধুৰ বিছনাত শুই পৰিল।

বেলি লাহে লাহে উঠি আহিল। দাসে সাৰ পালে। কলিতাই মুখ ধুবলৈ পানী দাঁতোন ঠিক কৰি দি জীয়েক মামণিক চাহ আনিবলৈ ক'লে। দাসে মুখহাত ধুই চাহতাহ খাই উঠাৰ পাছত কলিতাই আগমনৰ কাৰণ সুধিলে দাসক। তেওঁ মাথো উত্তৰ দিলে “ছুটি পাই ফুৰিবলৈ মন গ'ল। আহিলোঁ এনেয়ে।”

“কেলেই মেইলত নাহিলা কিয়?”

“অহা দেবী হ'ল মেইল নাপালোঁহি। হে'বা গাটো ধুই ল'ব নোৱাৰি নে?”

“নিশ্চয় পাৰিবা।”

গা-ধুই দাসে মূৰটো আচুৰিলে। মামণিয়ে আকৌ চাহ একাপ দি গ'ল।

"মামণি তুমি দেখোন বৰ এজনী হ'লাহে।"

মামণিয়ে চাহকাপ থৈ লাজকুৰীয়া হাঁহি এটা মাৰি ভিতৰ সোমাল। দাসে চাহটোপা খাই উঠি পিতলটো উলিয়াই ইফাল সিফাল কৰি কিবা এটা চাই পুনৰ স্নুমুৱাই থলে। কলিতা দাস থকা কোঠাটোলৈ সোমাই আহিল।

"ভাত খোৱাহি আহঁা।"

"বৰ বেগেতে হ'লহে। বাৰু ভালেই হ'ল।" কলিতাৰ লগতে দাস ভাত খাবলৈ গ'ল।

মিঃ দাসে ভাত খাই থাকোতেই কলিতাৰ মাকে কিবাকিবি প্ৰশ্ন কৰিলে। মুখখন ধুই বটাটোৰপৰা তামোল এখন মুখত ভৰাই দাস ওলাই আহিল। লগে লগে কলিতাও।

"মোক এটা বস্তু দিয়া কলিতা।"

"কি বস্তু?"

"তোমাৰ এটা কামিজ আৰু এখন ধুতি।"

"অঁ নিবা বাৰু।"

"মোক সোনকালে দিয়া। মই এতিয়াই যাব লাগে। কাপোৰ-বোৰ বৰ লেতেৰা হ'ল।"

"তুমি আজি থাকা কাইলৈ মেইলত তুলি থৈ আহিম গৈ।"

"মোক ৰখাবলৈ কোনোমতেই যত্ন নকৰিবা ভাই। মই বৰ গুৰুত্বপূৰ্ণ কাম এটাত ফুৰিছোঁ।"

"তেনেহলে নাৰাখো।" কলিতাই ক'লে।

পেৰা এটা খুলি কলিতাই এখন চুৰিয়া আৰু এটা কামিজ উলিয়াই দিলে।

"তুমি কিন্তু এইজোৰ কাপোৰ নোপোৱা আৰু দেই।"

"নালাগে দিয়া।"

"হাডত পইছা থকা হ'লে দামকে দি গ'লোহেঁতেন।"

"তুমি যে কি কথাবোৰ কোৱাঁ।" কলিতাই ক'লে।

দাসে কাপোৰজোৰ সলাই তেওঁ আগেয়ে পিন্ধি অহা কাপোৰ-জোৰৰ এটা ভালকৈ পাৰ্চেল কৰি ওপৰত ঠিকানাটো ভালকৈ লিখি টকা এটা আৰু টোপোলাটো কলিতাৰ কাপে আগবঢ়াই ক'লে, "ভাই এই টোপোলাটো পাৰ্চেল কৰি দিবা, নামটো কিন্তু তোমাৰ হে দিছোঁ।"

"বাৰু একো কথা নাই।"

দাস লাহে লাহে ঘৰৰপৰা ওলাই গ'ল। কলিতায়ো দাসক আগ বঢ়াই থবলৈ ওলাই গল। কলিতা ঘূৰি অহাৰ আগতে দাসক এবাৰ ক'লে,

"তোমাৰ হঠাৎ আগমনৰ সম্ভেদ যদি পালোঁহেঁতেন দাস।"

"মোৰ আগমনৰ বাৰ্তা মই নোকোৱা কৈয়ে তোমাৰ কাণত পৰিব কলিতা, তুমি এতিয়া তাৰ বাবে ব্যস্ত হ'ব নালাগে। অ' এটা কথা মোৰ আগমনৰ বাৰ্তা যেন আনে জানিবলৈ নাপায়। জীৱন মৰণৰ সমস্যা ভাই।"

"শুকল,—মই নাযাওঁ আৰু দেই।"

"যোৱা ভাই তোমালোকক বহুত দিগদাৰ দিলোঁ।"

"বন্ধুৱে বন্ধুক দিগদাৰ দিয়াটো কৰ্তব্যহে।"

"ধন্যবাদ।" দাসে ক'লে।

দুয়ো দুফালে গুচি গ'ল। দাসে আগদিনা অহা বাট এৰি আন এটা বাটেদি গৈ থাকিল।

"মইনো এতিয়া ক'লৈ যাম" নিজকে নিজে প্ৰশ্ন কৰিলে দাসে। "মিকিৰ পৰ্বতত জানো আশ্ৰয় পোৱা যাব ?" তেওঁৰ মনত পৰিল পদাপানি ডালিমীৰ কথালৈ। "তেওঁলোক কথা বাৰু সত্য নে কাল্পনিক ? কিজানিবা কল্পনাই। মযো কিজানি তেনে এজনী ডালিমীকে লগ পাওঁ মিকিৰ পৰ্বতত। সেইটো, সেইটো সম্ভৱ নহয়।"

ভাৰত বিভোৰ দাসে হঠাৎ এটা বুঢ়া মানুহ দেখি থমকি ৰ'ল। তেওঁ যেন সঁচা বুঢ়া নহয়। দাসৰ অন্তৰত অলপ সন্দেহ হ'ল। অলপ আগ্ৰহেৰে বুঢ়াই দাসলৈ চালে। মুখখন যেন দাসৰ চিনাকি। দাসে কোনো মাত নিদিলে। তেওঁ ভাবিলে সেইটো গুপ্তচৰ। নিশ্চয় তেওঁৰ অনুসন্ধানত আহিছে। দাসে বুদ্ধি কৰি আওপাকে গৈ বুঢ়াজনৰ চকুৰ আঁতৰ হৈ পলাল, গুপ্তচৰজনে তত্ ধৰিব নোৱাৰি কেনিবা গুচি গ'ল।

## ॥ দহ ॥

বৃটিছ গৱৰ্ণমেণ্টৰ আইন সদায়েই কঠোৰ। অনিমা আৰু অৰুণাৰ ওপৰত হুকুম জাৰি হোৱা মাত্ৰকে দুয়ো অন্য এখন জিলাত অনিৰ্দিষ্ট কাল যাপন কৰিবলৈ বাধ্য হ'ল। দুয়ো সহকৰ্মী সদায়ে একে ঠাইতে থাকিবলৈ ইচ্ছা কৰিলে। অৰুণাৰ মামাকৰ ঘৰ তেজপুৰত। গতিকে তাতেই অলপদিন থাকিবৰ বাবে তেওঁ যাবলৈ ওলাল। অনিমাকো তেওঁৰ লগতে যাবলৈ অনুৰোধ কৰিলে। ঠিক সেই সময়তে তেজপুৰৰ ছোৱালী হাইস্কুলত দুগৰাকী সহ শিক্ষয়িত্ৰীৰ আৱশ্যক হোৱাৰ বাতৰি পালে। তাৰ যোগেদি জীৱিকা নিৰ্বাহ কৰিব পৰা হ'ব ভাবি তিনিও অৰ্থাৎ অৰুণা, অৰুণাৰ ককায়েক আৰু অনিমাই ষ্টেচনৰ ফালে যাত্ৰা কৰিলে। পহৰা ৰখিয়া আদিৰ কঠোৰ তত্বাৱধানত তেওঁলোক লক্ষ্যস্থানৰ ফালে আগবাঢ়িল।

পিছদিনা ৰাতিপুৱা নটা বজাত ৰেলেৰে তেওঁবিলাক শিলঘাটত উপস্থিত হ'ল। আহল বহল ব্ৰহ্মপুত্ৰৰ দাঁতিত উৰি ফুৰা চৰাই-বিলাক দেখি তেওঁলোকৰ খুব ভাল লাগিল।

"ককাইদেউ! আমাৰ ছবি এটা লোৱা হ'লহেঁতেন।" অৰুণাই ককায়েকক অনুৰোধ কৰিলে।

"খুব সুন্দৰ হ'ব—নহয় নে অনিমা!"

"সুন্দৰ হব।" অনিমাই উত্তৰ দিলে। কিবা এটা ভাবত অনিমাৰ অন্তৰখন উথলি উঠিছে।

অৰুণাৰ ককায়েকে ছবি এটা ল'লে।

"সৌটো কি পাহাৰ কয়হে অনিমা?"

"ভোমোৰাগুৰি। জাহানি কলিয়া ভোমোৰা ফুকনে এই পাহাৰ-টোৰপৰা সেই পাহাৰলৈ দলং এখন দিবলৈ যোজা কৰিছিল।"

বাঃ কম মেকানিক নাছিল দেই। ধন্য অসমী আই। কি যে সাহ নাছিল সেই সময়ত অসমীয়া মানুহবিলাকৰ। সঁচাকৈয়ে স্বাধীন দেশৰ তেজো স্বাধীন, ভাবো স্বাধীন। আজিৰ দিনত এনে এটা কাম কৰিবলৈ আমেৰিকাৰ মিস্ত্ৰী লাগিব নহয়?"

"নহ'লে আমাৰ ভাৰতীয়ই পাৰিব নে?"

"পাৰিলেহেঁতেন, যদি ভাৰতবৰ্ষ চিৰদিন স্বাধীন হৈয়ে থাকিল-হেঁতেন।" অনিমাই ক'লে।

এজন ফকিৰ আগবাঢ়ি আহি তেওঁলোকৰ ওচৰতে বয়। শৰীৰত ভস্ম, মুখত ভস্ম, হাতত কমণ্ডলু-চিমটা। অনিমাই বহুত দেখি মানুহজনৰ ফালে একেথৰে চালে। অৰুণাই কথাটো লক্ষ্য কৰিলে যদিও বিশেষ ভাবি একো স্থিৰ কৰিব নোৱাৰিলে। ভাবিবলৈ একো কাৰণ নাপালে। অনিমাই এটা দীঘল নিশ্বাস পেলালে।

"এই ঘাটৈ! নাও মেলিবলৈ আৰু কিমান সময় আছে অ'।"

"আৰু এঘণ্টা আছে বাবু।" মেচুৱানী ঘাটৈয়ে উত্তৰ দিলে।

"বহুত দেৰি" ঘাটৈৰপৰা সময়ৰ কথা শুনি অৰুণাৰ ককায়েকে ক'লে।

অৰুণাই সহানুভূতিসূচক বাণী প্ৰকাশ কৰিলে "আও বহুত দেৰি।"

"অৰুণা!" অনিমাৰ মাতত অৰুণাই ঘূৰি চালে।

"এইফালে আহাঁচোন এটা কথা কওঁ।"

অৰুণা আৰু অনিমা দুয়ো অলপ সেই ঠাইৰপৰা আঁতৰি গ'ল।

"মালতীলৈ তোমাৰ মনত পৰে নে অৰুণা?"

"নিশ্চয়—কিয় নপৰিব? কি হ'ল?"

"এই ফকিৰজন দেখিছা?"

অৰুণাই ভালকৈ চাই ক'লে "ও কি হ'ল?"

"আমাৰ লগত যে এজন কঠোৰ পৰিশ্ৰমী কংগ্ৰেছ কৰ্মী আছিল, তোমাৰ মনত পৰিছে নে?"

"অ বিমল" অৰুণাই নামটো অকণমান ডাঙৰকৈ ক'লে। ফকিৰজনৰ কাণত মাতটোৱে স্পৰ্শ কৰিলে। খুব গহীনভাৱে এবাৰ ঘূৰি চালে।

"এই লাহে লাহে" অনিমাই অৰুণাক অলপ দাবিৰ সুৰত কিন্তু সকৰৈ ক'লে।

"এৱেঁই সেই বিমল যেন অনুমান হৈছে অৰুণা।"

"তুমি কেনেকৈ জানিলা?"

"মুখখন যেন চিনো চিনো লাগিল। অলপ কথাবাৰ্তা পাতি চাওঁ ব'লা" অনিমাই অৰুণাক ক'লে।

"লাহে ধীৰে যাম বাৰু ব'বা। তেওঁৰ পিছত বা ক'ত চোৰাং-চোৱা ঘূৰিব লাগিছে।"

"ভৰুল।"

অৰুণা আৰু অনিমা দুয়ো লাহে লাহে ফকিৰজনৰ কাষ চাপি আহিল। তেওঁলোক ওচৰ চাপি যোৱা দেখি ফকিৰজনে অলপ আঁতৰি যোৱাৰ চেষ্টা কৰিলে।

"বাবাজী!" মিহি মাতেৰে মাতিলে অনিমাই। খুব চঞ্চল নেত্ৰে ফকিৰজনে অৰুণাহঁতৰ ফালে ঘূৰি চালে।

"আপুনি কোনকালে যাব ?"

"মই যাব লাগে তেজপুৰলৈ কিয় সুধিলে ?"

"এনেয়েহে। আমিও আপোনাৰে সহযাত্ৰী।"

"আপোনালোকো তেজপুৰলৈ যাব ?"

"হয়" অনিমাই ক'লে।

"আপোনাক চিনি পাওঁ যেন লাগিছে বাবাজী ?" অনিমা অলপ কাষ চাপি গৈ ক'লে।

"চিনি পাব পাৰে। এইদৰেই গোটেই অসমতে ভ্ৰমি ফুৰোঁ। আপোনালোকৰ ঘৰনো ক'ত ?"

"আপোনাৰ ঘৰৰ ওচৰতে।" অনিমাই ক'লে। ৰাজদ্ৰোহৰ অপৰাধত আমি দুয়ো আমাৰ নিজ জিলাৰপৰা আঁতৰি থাকিবলৈ হুকুম পাইছোঁ। সৌজন এওঁৰ দাদাক। আমাক তেজপুৰত থৈ যাবলৈ আহিছে। আপুনি আপোনাৰ সত্যপৰিচয় দিয়ক। আপুনি কি বিমল নহয় ? ভয় নকৰিব।"

খুব বিনয়ভাৱে অনিমাই অনুৰোধ কৰিলে ফকিৰজনক।

"মোক চিনি পাইছা অনিমা, অৰুণা ? মই তোমালোকক বহুত দূৰৰপৰাই চিনিছোঁ। তোমালোকক দিয়া হুকুম মই নিজ কাণে শুনিছোঁ সেই কাৰণেই তোমালোকক লগ কৰিম বুলি আগবাঢ়ি আহিছোঁ। ময়ো তোমালোকৰ লগত তেজপুৰলৈ যাম বুলিয়েই। মোক ঠিক তোমালোকৰ দৰেই অসমৰপৰা বহিষ্কৃত কৰিলে কিন্তু দেশত নাথাকিলে মোৰ দেশ সেৱা নহ'ব কোনোমতেই ; সেই কাৰণেই আজি অঘৰীৰ দৰে ঘূৰি ফুৰিছোঁ বহুৰূপীৰ দৰে সাজ সজ্জা কৰি।"

"মিঃ দাসৰ বিষয়ে আপুনি শুনিছে ?"

"ও শুনিছোঁ। তেওঁ বোলে বৰ চাহাবক গুলি কৰি পলাইছে।"

"হয় পলাইছে। তেওঁক ধৰি দিব পৰাজনক পাঁচ শ টকা পুৰস্কাৰ দিব বুলি ঘোষণা কৰিছে। তেওঁৰ কিবা সম্ভেদ পায় নে ?"

"তেওঁৰ সম্ভেদ বিশেষ নাপাওঁ যদিও তেওঁক এদিন লগ

পাইছিলোঁ। এটা বুঢ়াৰ বেশ ধৰি মই ঘূৰি ফুৰিছিলোঁ। ঠিক সেই সময়তে তেওঁক দেখোঁ। সেই বাটটোৱে দিয়েই তেওঁ আহিছিল। সেই মুহূৰ্তলৈকে তেওঁৰ এই ঘটনাৰ বিষয়ে মই একো নাজানো। মোৰ মনত সন্দেহ হ'ল জানোচা তেওঁ পুলিচৰ কামত তেতিয়াও আছে। জানোচা মোক চিনি পালে তেওঁ আকৌ ধৰি লৈ যায়। তেওঁ মোৰ ফালে একেথৰে চালে। ময়ো চালোঁ। তেওঁ হঠাতে মোৰ চকুৰ আগৰপৰা লুকাই পৰিল। বোধ হয় ভাবিলে মই কোনোবা গুপ্তচৰ বুলি। তেওঁক মই লগ পাইছিলোঁ পৰহি প্ৰায় দুটামান বজাত। তাৰপৰা আহি মই বেলত উঠিলোঁ। তেওঁ বোধকৰোঁ গাঁও বা পৰ্বতত লুকাই আছে।"

বিমলে কৈ যোৱা কথাবোৰ অৰুণাই একান্ত মনে শুনিলে। দাসৰ প্ৰতিটো খবৰেই যেন অৰুণাৰ অন্তৰত একোটা চাব মাৰি বৈ গৈছে। এটা দীঘল নিশ্বাস পেলাই অৰুণাই অনিমাৰ গাত তেজা দি ক'ল। "মালতীৰ খবৰ কি পোৱা অনিমা?"

"মালতীৰ ভাল। ভাগ্যে সেইদিনা আমাৰ ককাইদেউহঁতক শুশ্ৰূষা কৰিবৰ কাৰণে মালতীক আমাৰ লগত নিবলৈ নহ'ল। তেওঁৰ ভাল। আপোনাৰ চিন্তাতে তেওঁ ব্যস্ত আছে।"

"সেইটো তেওঁৰ ভুল হৈছে। দেশৰ কামত মোক তেওঁ কোনো নভবা নিচিন্তাকৈয়ে পঠাই দিয়া উচিত আছিল।"

"এতিয়া জানো আপোনাক ধৰি ৰাখিছে?" অৰুণাই ক'লে।

"নাই ৰখা যদিও ভাবিচিন্তি থকা অন্যায় হৈছে।"

"সেইটো আপোনাৰ ভুল হৈছে। তেওঁ আপোনাক ভাল পাই যেতিয়া ভাবি থাকিবই।"

"সেইবোৰ তোমালোকে জানা।"

"হেৰা অনিমা সৌ ঘাটটো আৰু ছিলেটিয়াটোৰ ঘন্ঘন চোৱাচোৱা। সেইটোৱেনো কি বকিছে?"

"জানো দেও বিৰিং-বাবাংখন কি বকিছে।"

"ঘাটৈটোৱে দিলে ছিলেটিয়াটোক দোহোচামান ভালকৈয়ে।" হেবা চোৱা চোৱা।

"এইবোৰ বৰ বেয়া মানুহহে। চৰকাৰে কিখননো আনি আনি অসমত সুমুৱালেহি। দেশখন গোটেই খাই দিলে। নগাঁওখন যে মৈমনচিঙিয়া আৰু ছিলেটিয়াৰে ভৰিল। জাতিটো পৰিশ্ৰমী কিন্তু বৰ নিষ্ঠুৰ প্ৰকৃতিৰ। এই চোৱা ইহঁতৰ এটা প্ৰকাণ্ড দল আহিছে

চাই থাকোতে ছটা মৈমনচিঙিয়া আৰু এটা ঘাটে মাচিত বাগৰি পৰিল। তেজে গোটেইখন লুতুৰি-পুতুৰি হ'ল। ঠাইখনত কোলাহলৰ সৃষ্টি হ'ল।

সময় পাৰ হ'ল।

অৰুণা, অনিমা, অৰুণাৰ ককায়েক, ৰুক্মিৰজন আন আন মানুহৰ লগতে নাৱত উঠিল। বুঢ়া ঘাটে এটা আহি সকলোৰেপৰা এটকা এটকা কপ আগতেই উলিয়াই ললে। কোনো মাতবোল নোহোৱাকৈয়ে প্ৰত্যেকেই নিজৰ নিজৰ দিবলগীয়া দামখিনি দি গ'ল। সকলোৱে মনত এটা ভাব কৰিছিয়া তেওঁলোকৰ নাওখন মেলে আৰু কেতিয়া তেওঁলোক গৈ তেজপুৰৰ গণেশঘাট পায়গৈ।

বিৰ্ বিৰ্ কৈ বলা ব্ৰহ্মপুত্ৰৰ ভটিয়নী বতাহত নাৱৰীয়াইতে তেওঁলোকৰ পালখন তৰি দিলে। বতাহৰ খুন্দা খাই পালখন ফিট্‌ফিটিয়া হৈ উঠিল। কুলু কুলু এটা শব্দ কৰি ভটিয়নী পানীয়ে নাওখন ঠেলি লৈ গ'ল। সকলোৱে অন্তৰত এটি আনন্দৰ ঢৌৱে খেলাই গ'ল।

"ককাইদেউ, আমি তেজপুৰ কিমান সময়ত পামগৈ।"

অৰুণাই ককায়েকক প্ৰশ্ন কৰিলে। কিন্তু ককায়েকে উত্তৰ দিবলে নৌ পাওঁতেই ওচৰত থকা নাৱৰীয়া এটাই ক'লে।

"বাবুৰানী, এইদৰে নাও গৈ থাকিলে আমি আৰু প্ৰায় চাৰি ঘণ্টাৰ মূৰত গণেশঘাট পামগৈ।"

"ও চাবিঘণ্টা লাগিব।" অৰুণাৰ ককায়েকে ঘাটেৰ কথাটো শলাগি থলে।"

"অৰুণা, কিবা কিতাপ এখন লৈ অহা হ'লে বেছ ভাল লাগিলহেঁতেন হে।" অনিমাই অৰুণাক ক'লে।

"কিতাপ মই আনিছোঁ। তাতকৈ প্ৰাকৃতিক দৃশ্যবিলাক চাইহে ভাল লাগিব অনিমা।"

"ভাল লাগিব সঁচা। এটা গান গোৱাহে অৰুণা।"

"গা অ' অৰুণা। সঁচাকৈয়ে বৰ ভাল লাগিব। ইমান সুন্দৰ লাগিছে চাৰিওকালে চাই।" অৰুণাৰ ককায়েকেও অনিমাৰ কথাত হয়ভৰ দিলে।

অৰুণাই সুন্দৰ সুৰৰ গান এটা জুৰিলে। নাৱৰ সকলো যাত্ৰীয়েই কাণ থিৰ কৰি একান্ত মনেৰে গান শুনিলে।

"বেছ গীত"। গানৰ শেষত বুঢ়া ঘাটেটোৱে কৈ উঠিল। তাৰ কথা শুনি সকলোৱে হাঁহিলে। সিও হাঁহিলে।

"তয়ো এটা গা অ' বুঢ়া।" অৰুণাই বুঢ়া ঘাটেটোক ক'লে।

এটা ভক্তিমূলক গীত সি খুউব চিঞৰি গালে। সিপাৰৰপৰা তাৰ মাতটো প্ৰতিধ্বনিত হৈ ঘূৰি আহিল।

হঠাৎ বতাহ মৰা বন্ধ হ'ল। বুঢ়া ঘাটেটোৱে তাৰ গান বন্ধ কৰি দি বঠা মাৰিবৰ কাৰণে তাৰ লগৰীয়াবিলাকক হুকুম দি নিজে গুৰি বঠা ধৰাত লাগিল। বঠাৰ জোৰত নাও আকৌ আগবাঢ়িল।

"ককাইদেউ সৌ ঘৰটো কিহৰ বাক?" অৰুণাই ককায়েকক সুধিলে।

"সেয়ে তেজপুৰ। সেইটো তেজপুৰৰ এটা গীৰ্জা। ব্ৰহ্মপুত্ৰৰ নিচেই কাষতে। খুব সুন্দৰ দেখাইছে নহয় নে অৰুণা?"

"সঁচাকৈয়ে।" অৰুণাই শলাগিলে।

"এইটোৱেই আমি যে শিলঘাটৰপৰা দেখিছিলোঁ পাহাৰটো। ই তেজপুৰ-আৰু শিলঘাটৰ সোঁ মাজতে আছে। ইয়াৰপৰা তেজ-

পুৰৱৈ হ'মাইল শিলঘাটলৈকো হ'মাইল। এই পাহাৰৰ কোনোৱা এঠাইত হেনো মহাদেউৰ খোজ এটা শিলত পৰি আছে।"

অৰুণাৰ ককায়েকে কৈ যায় কথাবোৰ। অৰুণা আৰু অনিমাই হৈ থনৰ গাতে ভেজা দি কথাবোৰ শুনি যায়।

"সৌ যে বিৰি বিৰি দেখা পাইছা পাহাৰটো অগ্নিগড়। সেয়ে তাহানিৰ বান ৰজাৰ ৰাজধানী আছিল। এতিয়াও যে ইমান সুন্দৰ সুন্দৰ বস্তুবিলাক আছে। কিছুমান ফুলকটা আছে সেইবোৰ দেখিলে আজিহে কাটি অটাইছে যেন লাগে।"

"কি যে আচৰিত।" অনিমাই কয়। "অৰুণা সেইবোৰ এবাৰ চাবলৈ যাম দেই।"

"অ' ককাইদেউ উমাৰ তাঁতশাল ক'ত আছে অ'"—অৰুণাই সুধিলে।

"সেই গীৰ্জাটোৰপৰা এমাইল ভটিয়াই যাব লাগে।"

"এওঁ সব জানে পাই।" অলপ আচৰিত হৈ অৰুণাই ক'লে।

"মই ইয়াত এমাহ থাকি গৈছো। চিনি নাপালে কেনেকৈ? এয়ে তেজপুৰ। নাও চাপিল। বৰি দেই—পৰিবি। লাহে লাহে; বস্তুবোৰ থাকি যাব। তইঁত দুইজনীয়ে চাবি দেই ভালকৈ।"

"ওঁ" বুলি দুয়ো সলাগিলে।

নাও লাহে লাহে পাৰত লাগিল। সকলোবোৰ নাৱৰপৰা নামিল। অৰুণাৰ ককায়েকে এখন ঘোঁৰা গাড়ী কেৰেয়া কৰিলে। আটাই কেইজনে ৰুকিৰজনৰপৰা বিদায় লৈ লাহে লাহে তাৰপৰা আঁতৰি গ'ল।

## ॥ এঘাৰ ॥

মিঃ দাসে বুঢ়াজনক লগ পাই কোনাবা গুপ্তচৰ বুলি ভয় খাই সেই দিনাই অতি তত্তাকৈয়াকৈ তাৰপৰা আঁতৰি মিকিৰ পাহাৰৰ ফালে বাওনা কৰিলে। তেওঁ থকা ঠাইৰপৰা মিকিৰ পাহাৰলৈ আছিল প্ৰায় চল্লিচ মাইল। ইমান দূৰ বাট খোজ কাঢ়ি যোৱাটো তেওঁৰ পক্ষে সম্ভৱপৰ নহয় যদিও যিমান পৰা যায় যোৱা হওক বুলি আগবাঢ়ি গ'ল। সন্ধ্যা লগাৰ সময়ত তেওঁ গৈ এখন উন্নতশীল গাঁও পালে। তাতেই পাবিলে বাতিটো কটোৱা হক বুলি ইফাল সিফাল কৈ ফুৰোতে হঠাৎ তেওঁ এজন পুলিচ অফিচাৰ সিফালৰপৰা অহা দেখি তেওঁ বিবুদ্ধি হ'ল। তেওঁৰ গাটো ঠক্ ঠক্কৈ কঁপিবলৈ ধৰিলে। পুলিচজন অহা দেখি তেওঁ প্ৰসাব কৰাৰ ভাও ধৰি বহিল। যেতিয়া পুলিচজন ওচৰ চাপিল তেওঁৰ আনন্দত হিয়া উথলি উঠিল। সেইজন তেওঁৰ জীৱনদাতা বন্ধু জয়সিং।

"জয়সিং!" পাছফালৰপৰা মিঃ দাসে চিঞৰি উঠিল। জয়সিঙে উভতি চাই মিঃ দাসক চিনি পাই এটা চেলাম দিলে।

"তুমি ইয়ালৈ কেনেকে আহিলা জয়সিং?"

"মই ইয়ালৈ কালি আহিছো হজুৰ। মোক বৰ চাহাবে ইয়ালৈ বদলি কৰি পঠিয়াইছে।"

"বদলি কৰিছে? অপৰাধ?"

"অপৰাধ এখেতক ধৰি দিব নোৱাৰা। হজুৰ! এই জেগা নিৰাপদ নহয়। আপুনি ইয়াৰপৰা অতি সোনকালেই আঁতৰ হওক। ইয়াৰ প্ৰতিটো চিপাহীয়ে আপোনাক ধৰি দি পুৰস্কৃত টকা পাবৰ বাবে উৎকণ্ঠিত।"

"কিন্তু মই যে বৰ ভাগৰত আহিছোঁ জয়সিং ? আজি এতিয়া প্ৰায় পোন্ধৰ মাইল খোজ কাঢ়িছোঁ ; মই আৰু খোজ কাঢ়িবলৈ অসমৰ্থ। তুমিয়েই মোক প্ৰাণ দিলা এতিয়া তুমিয়ে মোক এটা উপায় কৰি বচোৱা জয়সিং।"

"বাৰু আহক হুজুৰ। আৱশ্যক হ'লে মোৰ প্ৰাণ বলি দিও আপোনাক ৰক্ষা কৰিম। ইয়াৰপৰা পোৱা মাইল নিলগত মোৰ এজন বন্ধু আছে। আমাৰ নেপালী মানুহ। আজি আপুনি তাতে থাকক, কালিলৈ পুৱাতে মই এখন মটৰ বন্দবস্ত কৰি আপোনাক গন্তব্যস্থানত খোৱাই দিয়াম। আহক।"

"তুমি মোৰ সঁচাকৈয়ে বন্ধু জয়সিং!"

"ক্ষমা কৰিব হুজুৰ। মই আপনাৰ ভৃত্য হে, বন্ধু নহয়। আহক হুজুৰ।" দুয়ো আগবাঢ়ে। সন্ধিয়াৰ কণামুনা পৰত দুয়ো গৈ হাবিৰ মাজত থকা নেপালিটোৰ ঘৰত উপস্থিত হ'ল। জয়সিঙে তাৰ বন্ধুটোক সবিশেষ বুজাই মেলি কৈ শুচি আহিল। জয়সিঙৰ বন্ধুৱে মিঃ দাসক অতি যত্নেৰে আলপৈচান ধৰি খাবলৈ দিলে। শুৱৰ সময়ত দুখীয়াৰ দুখীয়া অৱস্থাৰে এখন বিছনা পাৰি দিলে। মিঃ দাসে বিছনাত পৰি ভাবিবলৈ ধৰিলে জীৱনৰ ঘটনাবিলাক।

অৰুণাজনী! তেওঁৰ মনত পৰিল। তেওঁ বহলি হৈ আহিল জানো কিটোক্ষণত ধুবুৰীৰপৰা। অৰুণাৰ ককায়েক হ'ল তেওঁৰ জীৱনৰ প্ৰধান বন্ধু। কলেজত লগ পাইছিল, তাতেই ঘটে পৰিচয় ইটোৰ লগত সিটোৰ ; তাৰপৰাই হৈ উঠিল প্ৰগাঢ় বন্ধুত্ব। অৰুণাজনী, ইমান মৰম লাগে তাইলৈ। সুন্দৰ দেহৰ গঠন। আউলি-বাউলি হৈ আগকালে পৰি থকা চুলিকেইডাল। ইমান মৰম লগা তাইৰ মাতবোৰ।

এক, দুই, তিনি, চাৰিকৈ বহুত দূৰৈৰ থানাৰ কাঁহঘনত বাৰটা ঘণ্টা পৰি সময়ৰ নিচান দি যায়। মিঃ দাসৰ কিন্তু টোপনিৰ অভাৱ। তেওঁৰ মনত ভাঁহি উঠে আজলি অৰুণাৰ প্ৰেমপ্ৰেমৰ নিখুঁত

ছবিবোৰ। অকণাক লগ নোপোৱা হ'লে মিঃ দাসৰ জীৱনৰ গতি অন্য একালেদিহে হয়তো বৈ গ'লহেঁতেন। দেশক ভাল পাবলৈ, দেশ সেৱা কৰিবলৈ তেওঁক শিকালে অকণাইহে। পুলিচৰ নিষ্ঠুৰ হিয়াত তেওঁ বোৱাই দিলে কোমলতাৰ নিজৰা। অন্তৰত শুমুৱাই দিলে ভাল পোৱা।

অদূৰত বাঘৰ গোজৰণি এটা তেওঁৰ কাণত পৰে। অন্তৰত অলপ ভয়ৰ সঞ্চাৰ হয় মিঃ দাসৰ। সকলোবোৰ ভাব এৰি দি অলপ কাটি হৈ শুবৰ যত্ন কৰে। টোপনি যেন কেনিবা আঁতৰি যায়! কিবাবোৰ ভাবি ভাবি ইবাগৰ সিবাগৰ মাৰি তেওঁ টোপনি যায়।

ৰাতি পুৱাল। জয়সিঙে মটৰ এখন লৈ আহি নেপালীটোৰ ঘৰৰপৰা অলপ আঁতৰত ৰখালে। নেপালীটোৱে সোনকালে শুই উঠি মিঃ দাসক খাবৰ কাৰণে যোগাৰ কৰি দিলে। দাসে খাই বৈ এটা নেপালী পোছাক পিন্ধি মটৰত বহিল। জয়সিং পুলিচৰ সাজতেই মটৰত উঠিল। খুব জোৰেৰে মটৰ চলি গ'ল। প্ৰায় দু' ঘণ্টাৰ পিছত আঢ়ৈকুৰি মাইল অতিক্ৰম কৰি এটা মিকিৰ পৰ্বতৰ কাষত মটৰ ৰ'ল। জয়সিং আৰু দাস দুয়ো তাতে নামিল।

"বাবু আপুনি ইয়াতে আশ্ৰয় লওক। যেতিয়ালৈকে সুবিধা নোলাই তেতিয়ালৈকে কলৈকো আঁতৰি নাযাব। মই বেগেতে যাওঁ। ইমান দেৰি থানাত নাপালে মোৰ কৈফিয়ত লব।"

"বোৱা জয়সিং। ঈশ্বৰে যি কৰে কৰিব আৰু! যিমান দিন পাৰো ইয়াতে কটাওঁ। তুমি দেৰি নকৰিবা, বোৱাগৈ।"

"চেলাম হজুৰ।"

মটৰ ঘূৰিল। জয়সিং মটৰত উঠাত মটৰ আকৌ আগৰ দৰে চলিল। মিঃ দাসে মটৰখনৰ ফালে একেথৰে চাই ৰ'ল।

ওখ ওখ পৰ্বতশাৰীৰ মাজে মাজে তাত থকা লুতুৰিতুৰিয়া বাট-বিলাক বহুত দূৰলৈকে জিলিকি আছে। কুলুকুলু কৈ বৈ অহা

শীতল জলৰ নিজৰাবিলাক আৰু বিভিন্ন প্ৰাকৃতিক দৃশ্যবোৰ দেখি দাসৰ মনটো ভাল লাগিল। সৰু নোট বুকটো উলিয়াই কিবা বৰ্ণনা এটা লিখিবলৈ লাহে লাহে তেওঁ ওপৰলৈ উঠি গ'ল। খলা-বমা, ওখ-চাপৰ বাটবিলাক অতিক্ৰম কৰোতে তেওঁৰ খুব ভাগৰ লাগিছিল যদিও তেওঁ হতাশ হোৱা নাছিল। পিস্তলটোত গুলি কেইটামান থাকি লবৰ কাৰণে ওখ শিলা এটাৰ ওপৰতে তেওঁ অকণমান বহিল। কঁকালত সুন্দৰকৈ বান্ধি থোৱা পিস্তলটো উলিয়াই কেইটামান গুলি ভৰাই আকৌ থিয় হ'ল খোজ দিবলৈ। হঠাৎ কিবা এটা শব্দ শুনি তেওঁ ঘূৰি চালে, এটা প্ৰকাণ্ড সাপ। দাসৰ চুলিৰ আগে জীয় গ'ল। ততালিকে জাপমাৰি শিলটোৰ আঁৰ লৈ এটা গুলি এৰিলে। সাপটোৱে প্ৰকাণ্ড ফণা তুলি খেদি আহিল। চকু-কাণ মুদি একেলগে কেবাজায়ো গুলি এৰিলে। প্ৰকাণ্ড সাপটোৱে উঠিব নোৱাৰি তাৰ পৰাই হুমিয়াবলৈ ধৰিলে। দাসে স্বস্তিৰ নিশ্বাস পেলালে। অলপ সময় একেৰাহে তেওঁ সাপটোৰ ফালে চাই ৰ'ল। তাৰ পিছত তেওঁ আকৌ আগবাঢ়িবৰ উপক্ৰম কৰিলে, এনেতে মানুহৰ কথা-বাৰ্তা তেওঁৰ কাণত পৰিল। অন্তৰত ভয়ৰ সঞ্চাৰ হ'ল। তথাপিও কোনো ভয় বাহিৰত নেদেখুৱাবৰ কাৰণে তেওঁ সাহেৰে বৈ থাকিল একে ঠাইতে। পিস্তলটো ভালকৈ লুকুৱাই থ'লে মিঃ দাসে।

কেইটামান মিকিৰ তেওঁৰ ফালেই আগবাঢ়ি অহা দেখি তেওঁৰ ভাল লাগিল। তেওঁ যেন বিপদৰপৰা উদ্ধাৰ পালে। মিকিৰ কেইটা আহি সাপটোৰ ওচৰ পোৱাত আগতকৈ খুউব সতৰ্ক হৈ অহা দেখা গ'ল। সিহঁতে যে সাপটো দেখি খুউব ভয় খাইছে দাসে দেখিয়ে অনুমান কৰিলে। তেওঁ সিহঁতক ভয় কৰিবলৈ হাঁক দিলে।

দাসে সিহঁতক ক'লে—"ভয় নকৰিবা। মোৰ গুলিৰ আঘাটত তাৰ কঁকাল ভাঙিছে।" এটা আনন্দৰ হাঁহি মাৰি মিকিৰকেইটা আগবাঢ়ি আহিল।

"ইয়াত এহাল বৰ ডাঙৰ সাপ আছে। সিহঁতে বহুত মানুহৰ

অপকাৰ কৰিছে। বাটটোৰ কাষতে পৰি থাকে, মানুহ দেখিলেই গুলিটো অহা দি আহি বগৰাই পেলায়।"

"মানুহৰ মাত শুনিছে যেতিয়া ইটোও ওলাবহি এতিয়া।"

প্ৰথমটো মিকিৰৰ কথা শেষ হ'বলৈ নৌ পাওঁতেই ইটো মিকিৰে মাত লগালে।

সিহঁতৰ কথা শুনি দাসে আকৌ পিস্তলটো উলিয়াই সাজু হ'ল। ঠিক সেই সময়তে হাবিত কোচ্-কোচ্ শব্দ শুনি মিকিৰ কেইটা ভয়ত কঁপিবলৈ ধৰিলে। দাসে সিহঁতক তেওঁৰ পিছত ৰাখি মূৰত থকা নেপালী টুপীটো সোলোকাই ল'লে। সাপটো হাবিৰপৰা ওলায়েই তেওঁলোকৰ ফালে ফেট তুলি চোচা ললে। দাসে টুপীটো দলি মাৰি দিলে। সাপটোৱে প্ৰথমতে আহি তাতেই খোট মাৰিলে। সেই সুযোগতেই মিঃ দাসে তিনি জ'াই গুলি এৰি দিলে। সাপটোৰ দেহৰপৰা মূৰটো বাগৰি পৰিল। মিকিৰ কেইটাই আকৌ এটা আনন্দৰ মিছিকি হাঁহি মাৰিলে। মাৰি ছুড়ালমান কাটিলৈ সিহঁত সাপ দুটাৰ ফালে আগবাঢ়ি গ'ল। আধা মৰা হৈ থকা সাপ দুটাক আকৌ দুমাৰ মান মাৰি, মাৰি ছুড়ালত আৰি ললে, সিহঁতৰ গাঁৱত দেখুৱাবলৈ।

"তুমি ক'লৈ যাবলৈ আহিছিলা?" তাৰে এটা মিকিৰে নেপালী-ৰূপী দাসক সুধিলে।

"মই তোমালোকৰ ফালেকে আহিছিলোঁ।"

"তোমাৰ জানো কোনোবা চিনাকী মানুহ আছে?"

"নাই।" দাসে ক'লে।

"তেনেহলে ব'লা আমাৰ তাতে থাকিবা। গাঁওবুঢ়া ভাল মানুহ আছে, আমি দেখাই দিম।"

"ও। বলা।"

মিকিৰ কেইটাৰ পিছে পিছে দাস যাবলৈ ধৰিলে। কেইবাটাও সৰু সৰু পাহাৰ উঠা-নমাৰ পিছত তেওঁলোক গৈ গাঁও পালেগৈ।

সাৰি সাৰি চাংঘৰবোৰ। চাৰিওফালে ভাঠ চকোৱাৰে বেৰ দিয়া। মিকিৰ কেইটাৰ লগত নতুন মানুহ দাস যোৱা দেখি সকলো ডাঙৰ, সকলো ল'ৰা-ছোৱালী গৈ চাঙৰ ভিতৰ সোমাল। তাৰ কাৰণ দাসে একো বুজিব নোৱাৰিলে যদিও ভয়েই তাৰ কাৰণ বুলি দাসে অনুমান কৰিলে। লগৰ মিকিৰ কেইটাই সিহঁতৰ দোৱানত কিবাকিবি কোৱাত ভিতৰৰপৰা জাকেই ওলাই আহি সিহঁতে লৈ যোৱা সাপজোৰলৈ এবাৰ আৰু দাসৰ ফালে এবাৰ চাই হাঁহিলে। দাসে মনতে ভাবি ললে যে তেওঁ সাপটো মৰাৰ বাবেই মানুহবিলাকে এবাৰ তেওঁলৈ আৰু এবাৰ সাপ জোৰলৈ চাই হাঁহিছে। সিহঁতৰ মাজৰে এটা মিকিৰে বাহিৰত পৰি থকা শিল এটালৈ আঙুলিয়াই দাসক বহিবৰ কাৰণে ইঙ্গিত দিলে। দাস তাতে বহিল। ৰাতিপুৱাৰেপৰা দাসৰ পেটত একো পৰা নাই। ভোকত তেওঁৰ পেটে কলমলাবলৈ ধৰিলে। তেওঁৰ লগত প্ৰথমে কথা পতা মিকিৰটোক মাতি ক'লে—

"হেৰা মোৰ বৰ ভোক লাগিছে হে, কিবা এটা খাবলৈ দিয়া।"

"তুমি জানো আমাৰ ঘৰৰ বস্তু খাবা?" মিকিৰটোৱে সুধিলে।

প্ৰাণটোতকৈ খোৱা বস্তুৰ বিচাৰ কোনো গুণে ডাঙৰ নহয় ভাবি দাসে ক'লে—

"হিন্দুৰ অভক্ষ বস্তুৰ বাহিৰে যি দিয়া তাকে খাম। তোমালোকে দিয়া বুলি ঘিন নকৰোঁ।"

"আমিওটো হিন্দু। খৃস্টান সৌটো পাহাৰতহে আছে। সিহঁতৰ লগত আমাৰ খোৱা-বোৱা নচলে।"

মিকিৰটোৱে কথাকেইষাৰ কোৱাৰ পিছত ছোৱালী এজনী লৈ চাই আকৌ সিহঁতৰ দোৱানেৰে কিবাকিবি ক'লে। তাই ভিতৰ সোমাই গৈ কেইটামান পকা কল, এচুঙা দৈ, কেইটামান গোৰা আলু আনি দাসৰ আগত দিলে। দাসে খুব হেঁপাহেৰে বস্তুকেইটা খালে। ছোৱালীজনীয়ে একেথাৰে তেওঁৰ ফালে চাই ৰ'ল। দূৰৈত এটা ঘটং

ঘটং শব্দ শুনা গ'ল। ছোৱালীজনীয়ে ভঙা ভঙা অসমীয়াৰে দাসলৈ চাই ক'লে—"পিতাই আহিছে।"

"ক'ৰপৰা আহিছে?" দাসে প্ৰশ্ন কৰিলে।

লগত যোৱা মিকিৰ এটাই ক'লে—"ম'হ চৰাবলৈ গৈছিল। এতিয়া ঘূৰি আহিছে।"

এজাক ম'হ খেদি খেদি চাৰেচিং গাঁওবুঢ়া তাৰ ঘৰৰ কাষ পালেহি। দাসৰ লগত যোৱা মিকিৰ কেইটাই সিহঁতৰ দোৱানেৰে গাঁওবুঢ়াকা সাপজোৰ দেখুৱাই দাসৰ গুণ বখানিলে। দাসে সিহঁতৰ কথাৰ একো ভু নাপালে। এটা সৰু ল'ৰাৰ দৰে তেওঁ সিহঁতৰ কথাবোৰ শুনিলে। সিহঁত আটাই কেইটাই হঁহা দেখি তেওঁ হাঁহিলে। ম'হ কেইটা গৰালৰ ভিতৰত সুমুৱাই থৈ চাৰেচিং গাঁওবুঢ়া দাসৰ কাষ চাপি আহি সুধিলে—

"তুমিনো আহিছা ক'ৰপৰা?"

"মই বহুত দূৰৰপৰা আহিছোঁ। ইয়াৰপৰা প্ৰায় এশ মাইলৰো ওপৰ।"

"ইমান দূৰৰ পৰানো আমাৰ দুখীয়া দেশলৈ কেলেই আহিলা?"

"অহাৰ কাৰণ বহুত। তোমাক পিছত লাহে ধীৰে কম। মোক বাৰু তোমাৰ ঘৰত কেইদিনমানৰ কাৰণে ঠাই দিব পাৰিবা নে?" দাসে সুধিলে।

"কেইদিনমান নালাগে, যিমান দিন মন যায় থাকা। মোৰনো কিটো হানি হ'ব। এখন বন-বাৰি যি পাৰা কৰিবা আৰু থাকিবা।"

"বাৰু, লাহে ধীৰে কথাবতৰা হ'ম। তুমি খাই বৈ লোৱাগৈ যোৱা।"

"কাচেন অ' কাচেন, আলহীক কিবা খাবলৈ দিলি জানো? এওঁ আকৌ আমাৰ ঘৰত খায় বা নাখায়!"

কাচেন ওলাই আহি অসমীয়াতে কৈ গ'ল—"খালে। আমাৰ ঘৰত হিন্দুৰ অভক্ষ বস্তুৰ বাহিৰে যি দিওঁ তাকে খাব বুলি কৈছে।"

"বাৰু ভাল কথা। মোকো আকৌ দে ছুটামান। ভোক লাগিছে নহয়।"

চাবেচিং গাঁওবুঢ়া ভিতৰ সোমাই গ'ল। বাকী কেইটা মিকিৰো দাস আৰু গাঁওবুঢ়াৰপৰা বিদায় লৈ ঘৰলৈ গুচি গ'ল।

ভাত-পানী খাই উঠি গাঁওবুঢ়াই তামোল এখন খাই দাসকো ভিতৰলৈ মাতি নি বহিবৰ কাৰণে এডোখৰ ডুখৰি পীৰা পাৰি দিলে। দাস তাতে বহিল।

"তোমাৰ দেখোন কথাবোৰ অসমীয়া অসমীয়া লাগে। পোছাকটো দেখোন নেপালী মানুহৰ দৰে। মই হ'লে একো ভতকৈ ধৰিব পৰা নাই দেওহে।"

সঁচা কথা কবলৈ হ'লে মই অসমীয়াই। কিন্তু প্ৰাণ ৰক্ষাৰ কাৰণে এনে পোছাক পিন্ধিছোঁ। মই চৰকাৰৰ ঘৰত দোষী। সেই কাৰণেই তোমালোকৰ ইয়াত পলাই প্ৰাণ ৰক্ষা কৰিবলৈ আহিছোঁ তুমি যদি মোৰ কথা তৈয়ামৰ কাৰো আগত নকওঁ বুলি কোৱা তেন্তিয়াহ'লে মই ইয়াত থাকিম। নহ'লে মোৰ জীৱন ৰক্ষাৰ কাৰণে অন্য কোনোবাফালে যাব লাগিব।"

গাঁওবুঢ়াৰ জীয়েক কাচেনে ওচৰতে বৈ কথাবোৰ শুনি আছিল। তাই ওপৰৰে মাত লগালে—"বাবু আমাৰ মিকিৰ মানুহ ইমান বেইমান নহয়। তোমাৰ কথা প্ৰাণ গ'লেও কাকো নকয়। তুমি আমাৰ ঘৰতে থাকা; মোৰ ককাই হৈ থাকিবা।"

দাসে ছোৱালীজনীৰ কথাবোৰ শুনিলে। চাবেচিং গাঁওবুঢ়াই মাত্ৰ জীয়েকৰ কথাৰ লগে লগে কৈ গ'ল "কেতিয়াও বেইমান নহয়" কথাষাৰ। দাসে দিইতৰ কথাবোৰ শুনি বৰ ভাল পালে। জীৱন ৰক্ষাৰ আশা উমি উমি থকাৰ কথা গম পাই তেওঁ তাতেই কাচেনৰ ককায়েক হৈ থাকিবলৈ সন্মতি প্ৰকাশ কৰিলে। ভাত-পানী খাই জিৰাই-সতাই গাঁওবুঢ়াই ঘ'হ জাক মেলি লৈ আকৌ গুচি গ'ল।

দাস বহি ৰ'ল। ৰাচেনে যি য'ত পাবিলে মাকৰ অনুমতি লৈ তাকে দাসক খাবৰ কাৰণে যোগাৰ কৰি দিলে।

## ॥ বাৰ ॥

সমগ্ৰ ভাৰতজুৰি স্বাধীনতাৰ অগ্নি-শিখা দপ্‌দপ্‌কৈ জ্বলি উঠিল। ল'ৰা-বুঢ়া, ডেকা-গাভৰু সকলোৱেই অগ্নিত কীট পৰাৰ দৰে স্বাধীনতাৰ জুইত জাপ দিবলৈ ধৰিলে। মহা মহা পুৰুষসকল মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, সৰোজিনী নাইডু, আবুলকালাম আজাদ আদি কৰি সকলো দেশ নেতাক কঠোৰ শৃঙ্খলতাৰ মাজত আৱদ্ধ কৰি ৰাখিলে। প্ৰতিখন দেশৰপৰা হেজাৰে হেজাৰে নৰ-নাৰী জেইল, লাঠি আদিলৈ পৰোৱাই নকৰি আগবাঢ়ি গ'ল। ভাৰতৰ কাৰাগাৰ দেশপ্ৰেমিক প্ৰেমিকাসকলৰ দ্বাৰা ভৰি গ'ল। সেই স্বাধীনতাৰ আন্দোলনত অসমেও গা জোকাৰি উঠিল। ল'ৰা-ছোৱালীৰপৰা আৰম্ভ কৰি বুঢ়া-মেথালৈকে সকলোৰে অন্তৰত এটা চিন্তাই ঠাই ল'লে, সি হৈছে স্বাধীনতা। গোপীনাথ বৰদলৈ, মৌলানা তৈবুল্লা, ফকৰুদ্দিন আলি আহমদ আদি অসমৰ নেতা-সকলক গ্ৰেপ্তাৰ কৰাৰ লগে লগে বিদ্ৰোহ অগ্নি এশ গুণে জ্বলি উঠিল। স্কুল, কলেজ এৰি দি ল'ৰা-ছোৱালী সকলোৱে আন্দোলনত যোগ দিলে। বৃটিছৰ শাসনতন্ত্ৰ নষ্ট কৰি দিবৰ বাবে থানা, ডাকঘৰ আদি বিলাকত জুই লগাই উৰাই দিবলৈ অসমবাসীসকল আগবাঢ়ি গ'ল।

হাতত কংগ্ৰেছ পতাকা, মূৰত গান্ধী টুপী পিন্ধি এজাক ল'ৰা-ছোৱালী থানাৰ ওপৰত জাতীয় পতাকা আৰি দিবলৈ আগবাঢ়িল।

থানাৰ ভিতৰৰপৰা হুকুম আহিল "লাঠি চলাও"। চাওঁতে চাওঁতে এদল পুলিচ হাতত লাঠি লৈ খেদি আহিল। যাকে য'তে পালে একালৰপৰা মৰিয়াই গ'ল। কোনো ল'ৰা পিছ হুঁহকি নাহিল। আকৌ হুকুম পৰিল "গুলী চলাও"। হাতত বন্দুক, বন্দুকৰ আগত সঙ্গীন বান্ধিলৈ পুলিচ আগবাঢ়ি আহিল। ল'ৰা-ছোৱালীবিলাকো আগবাঢ়ি গ'ল "মহাত্মা গান্ধী কি জয়" বুলি ধ্বনি দি। থানাৰ ওপৰত কংগ্ৰেছ পতাকা এজনী ছোৱালীয়ে আঁৰি দিলে। গুরুম্ কৰে শব্দ হ'ল। ছোৱালীজনী লুটিখাই পৰিল। ইটোৰ পিছত সিটোকৈ আগবাঢ়ি যোৱা ল'ৰাবোৰৰ প্ৰত্যেকটোৱেই বাগৰি পৰিল। নিৰস্ত্ৰ জনতাৰ ওপৰত নৃশংসভাৱে পুলিচে গুলী চলালে। বাধ্য হৈ ছাত্ৰসকল পিছ হুঁহকি গ'ল। কিছুমানক বন্দী কৰি কাটেকত ভৰাই থলে অনিৰ্দিষ্ট কাললৈ।

অনেক ঠাইত বিদ্ৰোহ অগ্নি জ্বলি উঠিল। হাজাৰ, হাজাৰ নৰ-নাৰীয়ে থানা অধিকাৰ কৰিবৰ কাৰণে হাতত পতাকা লৈ আগবাঢ়ি গ'ল। থানাৰ দাৰোগাই খবৰ পালে। ওচৰতে থকা পমুৱা মুছলমান মাতি আনি উত্তাৰল জনতাক আক্ৰমণ কৰিবলৈ লগাই দিলে। জনতাৰ আগত তিষ্ঠিব নোৱাৰি পমুৱা মুছলমান ছত্ৰ-ভঙ্গ দিলে। উপাই নাপাই বগা-চামৰাৰ থানাৰ হাকিমে হুকুম দিলে—"গুলী চলাও।"

দেশৰ মানুহৰ ওপৰত গুলী চলাবৰ কাৰণে দেশৰ মানুহেই আগবাঢ়ি গ'ল। পহু চিকাৰ কৰাৰ দৰে যাকে য'তে পালে গুলীয়াই গ'ল। চাৰি-পাঁচ গৰাকী তিৰোতা, ছয়-সাতজন পুৰুষে সেই আক্ৰমণত প্ৰাণ এৰিলে। বাকিখিনি পলাই যাবলৈ বাধ্য হ'ল।

ঠায়ে ঠায়ে হাজাৰ হাজাৰ প্ৰজা গোট খাই একোখন সভা পাতিলে। তেনে এখন সভাত এদল অস্ত্ৰে-শস্ত্ৰে সজ্জিত চিপাহী লৈ এজন বগা-চামৰাৰ পুলিচৰ চাহাব উপস্থিত হ'ল। তেওঁ সভা

ভাঙি মানুহবোৰক ঘৰা-ঘৰি যাবৰ কাৰণে হুকুম দিলে। কোনো মানুহেই তেওঁৰ হুকুমলৈ কৰ্ণপাত নকৰিলে। আকৌ জনতাৰ ওপৰত গুলীচলোৱাৰ হুকুম হ'ল। যি আদেশ সেই কাম। গুলী চলিল। নিৰস্ত্ৰ জনতাৰ বহুতে মৃত্যুক সাৱটি ল'লে আৰু বহুত পলাল। দাৰোগাই মানুহবোৰৰ পিছ ল'লে।

ঠিক সেই সময়তে কেইজনমান বাটকৰুৱাই গৰমত গছৰ তলত বহি আশ্ৰয় লৈছিল। মানুহ চিকাৰী পুলিচৰ চাহাব তাত উপস্থিত হ'ল। তেওঁলোকক আদেশ দিলে "তুমলোগ ইহাছে ভাগ যাও।"

নিৰ্দোষি মানুহ তেওঁবিলাক। তাৰে এজনে ক'লে—"আমি বাটকৰুৱাহে হাকিম। অকণমান জিৰাইছোঁ। গাঁৱৰ গছ এজোপাৰ তলত জিৰণি লবৰ অধিকাৰ আমাৰ আছে। আপুনি যি উদ্দেশ্যত আহিছে গৈ থক। সময়ত আমি নিজেই উঠি যাম।"

পুলিচৰ চাহাব খঙত অলি পকি উঠিল। পিস্তল উলিয়াই গুলী চলালে। দুজন মানুহৰ তত্তালিকে মৃত্যু হ'ল। পুলিচৰ চাহাবে তাতেই তেওঁলোকক কেইটামান গোৰ মাৰি তাৰপৰা আঁতৰ হ'ল অন্য চিকাৰ বিচাৰি।

সকলোৰে এটা ইচ্ছা। বৃটিছ গৱৰ্ণমেণ্টৰ শাসন অচল কৰি দিব লাগে। স্কুলৰ অকণ অকণ ল'ৰা-ছোৱালীবিলাকে কাছাৰীৰ আগত, ডাকঘৰৰ আগত, থানাৰ আগত পৰি থাকি কৰ্মচাৰী-বিলাকক তাত সোমাবলৈ মানা কৰিলে। কিছুমান আঁতৰি গ'ল, কিছুমান সোমাল। অকণ অকণ ল'ৰা-ছোৱালীবিলাককো পুলিচে ধৰি লৈ গ'ল। কাজিৰঙাৰ প্ৰকাণ্ড হাবিৰ মাজত বাঘৰ মুখত এৰি থৈ আহিল। তথাপি অন্ত নাই, ইক্সাকৰ পিছত সিজাক আগবাঢ়ি আহিল নিজ দেশৰ স্বাধীনতা অনাৰ বাবে।

ডাকঘৰ, স্কুলঘৰবিলাকত উন্মত্ত জনতাই জুই লগালে। তাৰ বাবে বহুঠাইলে পাইকাৰী জৰিমনা। হাতত অস্ত্ৰ-শস্ত্ৰলৈ পুলিচ-বাহিনী গাঁৱত সোমাল পাইকাৰি জৰিমনা আদায় কৰিবলৈ।

সঁচাই মিছাই নাম মাতি ছুশ আঢ়ৈশ কৰি পাইকাৰী জৰিমনা আদায় কৰি পুলিচে নিজৰ উঁৱাল টনকিয়াল কৰিবলৈ ধৰিলে।

এজনী বুঢ়ীমানুহ ভাগি-চিগি প্ৰায় শেষ হোৱাৰ নিচিনা ঘৰটোৰ আগতে বহি যঁতৰত এঢ়ি সূতা পকাই আছিল; পুলিচৰ জুমটো গৈ তেওঁৰ ঘৰৰ আগত হাজিৰ হ'ল। পুলিচবোৰক দেখি মুৰৰ ওৰণীখন অকণমান টান মাৰি লৈ ভিতৰৰপৰা কেইখনমান চটাই ঢাৰি আনি বাহিৰতে পাৰি দিলে। পুলিচকেইটা তাতে বহিল।

"আপোনালোকৰ বা সকাম কি আছিল!" নম্ৰতাৰত বুঢ়ীজনীয়ে দাৰোগাক সুধিলে।

"তোমাৰ ওপৰত পাইকাৰী জৰিমনা পৰিছে। তাক আদায় কৰি নিবৰ কাৰণে আমি আহিছো।"

"কিহৰনো পাইকাৰী জৰিমনা, কিমান বা পৰিছে!"

"ইয়াত থকা ডাকঘৰটো জুই লগাই দিয়াৰ বাবে তিনি হাজাৰ টকা এই গাঁৱৰ মানুহে ভৰিব লাগিব। তাৰে ভাগ তোমাৰ ওপৰত পৰিছে আঢ়ৈ কুৰি টকা।"

"আমিনো কি জগৰ লগালোঁ! বাঁৰী দুখুনী মানুহ, থাকিবলৈ ঠাই অকণ নাই, খাবলৈ ভাত এমুঠি নাই; কোনোমতে অ'ৰ ত'ৰ কটনা কাটি প্ৰাণটো ৰক্ষা কৰি আছো। আমাৰ টকা-চকা দিবলৈ নাই, হজুৰে যি কৰে কৰক। যি জনী মানুহৰ খাবলৈ ভাত নাই, সেইজনী মানুহে আকৌ আঢ়ৈ কুৰি টকা ক'ৰপৰা দিওঁ?"

বুঢ়ীজনীৰ চকুৰেদি পানী বৈ যায়। তাই কান্দিবলৈ ধৰে।

"তুমি এতিয়া কান্দিলে নচলিব।" দাৰোগাজনে বুঢ়ীক ধমক দি কয়। "নহ'লে আমি এতিয়া ভিতৰ সোমাম। আমি ৰজাৰ মানুহ। হুকুম পাই আহিছো। আমি নিজৰ ঘৰৰপৰা তোমাৰ আঢ়ৈ কুৰি টকা ভৰিব নোৱাৰো নহয়।"

"ৰজানো কি অসিয়ান! আমাৰ নিচিনা দুখীয়া মানুহৰ ওপৰত ইমানবোৰ টকা ভৰিবৰ হুকুম দিব পায় নে?

"হেৰা কথা অলপ চম্ভালি ক'ৰা। বজাক অগিয়ান বুলি গালি পাৰিছা কিয় ?"

দাৰোগাৰ ধমক খাই বুঢ়ীৰ অলপ ভয় লাগে।

"আমি বৈ থাকিব নোৱাৰোঁ, সোমোৱাৰহে কথা।"

"ও সোমোৱা।"

পুলিচটোৱে তাৰ গাত থকা সকলো বস্তু উলিয়াই বুঢ়ীক কয় —"তুমি মোৰ গাটো চোৱা। মই তোমাৰ ভিতৰ সোমাম।"

বুঢ়ীয়ে তাৰ উত্তৰত কান্দিবলৈ ধৰে। বুঢ়ীৰ কান্দোনলৈ আওকাণ কৰি পুলিচটো সোমাই গৈ ভিতৰৰপৰা এটা বাকচ, দোজোৰ কাঁহি-বাটি, এটা সৰু ঘটি উলিয়াই আনে। বাকচটো বাহিৰত খুলি তাৰ ভিতৰত থকা বাখৰুৱা মণিধাৰ উলিয়াই আনে।

"হুজুৰ মণিধাৰ নিনিব। বৰ দুখীয়া মানুহ আমি। সম্পত্তি আৰু সিমানহে। কাঁহি-বাটিজোৰকে লৈ যক আৰু" বুলি বুঢ়ী দাৰোগাৰ ভৰিত দীঘল দি পৰে।

"হেই গুচ, তোৰ কথাই কথা নে কি" বুলি দাৰোগাই ভৰিটো আচাৰ মাৰি পঠিয়াই। জোতা পাতৰ আগটো বুঢ়ীৰ কপালত লাগি তেজ পৰিবলৈ ধৰে। ওলাই অহা তেজবোৰ বিহাখনৰ আগটোৰে মচি মচি কান্দিবলৈ ধৰে।

"অই বুঢ়ী এই মালে আঢ়ৈকুৰি টকা হুকুলাই, আৰু কি আছে ক।" দাৰোগাই ধমক দি বুঢ়ীক সোধে।

"অ' দেউতা আৰু একো নাই। তাকে লৈ যক" বুলি কান্দি কান্দি, কাণত পিন্ধি থকা আধলি মুখৰ জাংফাই কেকজোৰ লুকুৱাবৰ যত্ন কৰে। হঠাৎ কেকজোৰ এটা পুলিচৰ চকুত পৰাত সি চিঞৰি কৈ উঠে—"হুজুৰ কাণত কেক এজোৰ পিন্ধি আছে।"

কথাষাৰ শুনি বুঢ়ীৰ বুকুখন চপ্‌চপাই উঠে।

"এই জোৰ এৰক ঐ দেউতা, বেটীক মৰিয়াই নামাবিৰ আৰু। আহাৰ এটা দি থৈ যক" বুলি বুঢ়ীয়ে কাকুতি কৰিবলৈ ধৰিলে।

কোনো কথা নোকোৱাকৈয়ে দাৰোগা নিজে আগবাঢ়ি গ'ল। জোৰ কৰি বুঢ়ীৰ কাণৰপৰা কেককোৰ উলিয়াই আনিলে। বুঢ়ীৰ কান্দোন শুনি ওচৰৰে এটা ডেকা ল'ৰাই হাতত এডাল টাঙোন লৈ খেদি আহিল। বুঢ়ীৰ সেই অৱস্থা দেখি সি সহ্য কৰিব নোৱাৰি হাতত লৈ থকা মাৰি ডালেৰেই দাৰোগাৰ মূৰত মাৰ মাৰি দিলে। দাৰোগাজন পৰি গ'ল। ডেকাজনে খঙত অলি-পকি কৰলৈ ধৰিলে—"ইমান বেইমান! এজনী বাৰি বুঢ়ীৰো হাতৰ-কাণৰ অলঙ্কাৰ এপদ ইহঁতৰ প্ৰতাপত থাকিব নোৱাৰা হ'ল। চালা ইহঁতক মাৰি খও" বুলি সি মাৰি ডালেৰে অন্য এটা পুলিচৰ মূৰত মাৰ মাৰি দিলে। সিও বাগৰি পৰিল। বাকী কেইটাই ডেকাজনক ডভালিকে হাতকেৰেয়া দি থানালৈ লৈ গ'ল।

সময়ত এই ঘটনাৰ বিচাৰ হ'ল। ডেকাজনক দহবছৰৰ বাবে সশ্ৰম কাৰাদণ্ড দিয়া হ'ল।

## ॥ তেৰ ॥

মিকিৰ পৰ্বততে দাসে কেবামাহো কটালে। পিছনে উৰনে এটা সাইলাখ মিকিৰ হৈ পৰিল। তেওঁৰ বিপদৰ বন্ধু সম্পদৰ সহায় হ'ল চাৰেচিং গাঁওবুঢ়াৰ ডোলনীয়া জীয়েক কাচেন।

আজৰি সময়ত তেওঁ কাচেনৰ লগত কথা পাতে, কাচেনৰ লগত ধেমালি কৰে। ৰাতিপুৱাই কাচেন শুই উঠি ওলাই যায় সিহঁতৰ খেতলৈ। লগত সহায় যায় দাস। কাচেনে বোৱা শস্যবিলাকত দাসে সাৰ দিয়ে। সক অকণমানি কোৰখন লৈ কাচেনে তাত মাটি

চপাই দিয়ে। মিঃ দাসে কাচেনৰ হাতৰপৰা কোৰখন কাঢ়ি লয়। দাসে কাচেনক কোৰ মাৰিবলৈ দিবলৈ বেয়া পায়। কাচেনৰো সেই একে কথা। তাই তাইৰ মৰমৰ ককায়েকক কষ্ট দিবলৈ ভাল নাপায়। খেতৰপৰা কাচেনে কিবাকিবি বস্তু চিঙি আনে, ঘৰত গাঁওবুঢ়ানীয়ে সিজাই-পকাই দিয়ে।

আবেলি কাচেন আৰু দাস ওলাই গ'ল ফুৰিবলৈ। ওখ চাপৰ পৰ্বতবোৰ অতিক্ৰম কৰি সিহঁত দুয়ো বহুত দূৰলৈ ফুৰিবলৈ যায়। এটা ধুনীয়া হৰিণা পোৱালী একান্ত মনেৰে চৰি থাকে ধাঁহনিত।

"ইমান ধুনীয়া হৰিণাটো!"

কাচেনে ধৰিবলৈ লৰ মাৰি যায়। পোৱালীটো লৰ মাৰি হাবিত সোমায়। হঠাৎ উজুটি মাৰি কাচেন লুটিয়াই পৰে। দাসে তুলি লয়। কোচত শুৱাই লৈ দুখ পোৱা ঠাইকন পিতিকি দিয়ে। কাচেনে দেখুৱাই তাই যেন বৰ দুখ পাইছে।

হঠাৎ জাপমাৰি থিয় হৈ খিল্‌খিলাই হাঁহি দিয়ে তাই। দাসে তাইৰ কথাবোৰ বুজিব পাৰি হাঁহে। কাচেন ওচৰ চাপি আহি দাসৰ গাতে আঁউজি ৰয়। দাসৰ হাতখনত ধৰি আঙুলি কেইটা লাহে লাহে ফুটাই দি সোধে কাচেনে—

"ককাইটি কোৰাচোন বাৰু তোমাৰ ঘৰ ক'ত?"

"মোৰ ঘৰৰ কথা জানি তই কি কৰিবি পাগলী?" তাইৰ গাল দুখন মোহাৰি দাসে কয়।

"কি কৰিম আৰু এনেয়ে।"

"অ বুজিছো। তইঁতে মোক খেদি দিবৰ বুদ্ধি সাজিছ নহয়।"

দাসে কোৱা কথাষাৰত কাচেনৰ অন্তৰত আঘাত লাগে। তাই দাসৰ ওচৰৰপৰা আঁতৰি গৈ আন এঠাইত আমন জিমন কৈ বহি ৰয়। তাইক বেজাৰ দি যেন দাসেও অন্তৰত বেজাৰ পালে। মনে মনে গৈ দাসে তাইৰ পিছফালে বহি তাইৰ গাটো তেওঁৰ গাত হাওলাই ধৰি সুধিলে—

"তুমি বাক ভৈয়ামলৈ কেতিয়াবা গৈছা নে ?"

"ভৈয়াম ইয়াৰপৰা বহুত দূৰ। মই কাহানিও যোৱা নাই।" তাই শৰীৰৰ ভেজাটো দাসৰ গাত পেলাই দি কয়।

"তেনেহ'লে মই কেনেকৈ কওঁ মোৰ ঘৰ ক'ত ? মই যেনিবা কলোৱেই, তুমি জানো চিনি পাবা ?"

"নাপাওঁ।"

"সৌটো বনকুকুৰা চোৱা।" "ক'বা দেই।" কোৱাৰ লগে লগে পিস্তলটো উলিয়াই গুলি এটা খাজি লৈ এৰি দিলে দাসে। গুলিখাই কুকুৰাটো বাগৰি পৰিল। পিস্তলটোৰ শব্দ শুনি কাণ দুখন ঠিলা মাৰি ধৰি "আই ঔ" বুলি চিঞৰি দিলে কাচেনে। দাসে তাইক গৰা মাৰি ধৰিলে। এনেয়ে চিঞৰ মৰা দেখি লাজ পাই দাসৰ মুখলৈ ঘূৰি চাই হাঁহিলে।

"সৌটো আনো ব'বা।" দাস গৈ কুকুৰাটো লৈ আহিল।

"এইটো কি বস্তু ? ইমান অকণমান !" পিস্তলটো পিতিকি পিতিকি কাচেনে ক'লে।

"এইটো পিস্তল। তুমি মাৰিবলৈ শিকিবা নে ?"

"ও।" কাচেনে ক'লে।

আকৌ গুলি এটা খাজি পিস্তলটো তাইৰ হাতৰ মুঠিত দি দাসে ধৰি থাকিল। সৰু চৰাই এটা ওচৰতে পৰা দেখি দাসে তাইৰ হাতৰ মুঠিৰে সৈতে নিচান পোন কৰি মাৰিবৰ কাৰণে দেখুৱাই দিলে। সেই মতেই তাই ঘোৰা টিপিলে। চৰাইটো লুটি খাই পৰিল। ইমান ভাল লাগিল তাইৰ মনটো ! হাঁহি হাঁহি চৰাইটো বুটলি আনি তাই দাসৰ মুখৰ ওপৰত তুলি দিলে।

"ছিঃ।" দাসে এচাৰ মাৰি দি ক'লে।

"তুমি বাক এইটো ক'ত পালা ককাইটি ?"

"মই পুলিচত কাম কৰিছিলোঁ নহয়।" দাসে ক'লে।

"পুলিচ !" তাইৰ অকণমানি কলিজাখন যেন কঁপি উঠিল।

"এতিয়া নহয়। এসময়ত আছিলোঁ।" দাসে ক'লে।

কাচেনে যেন অলপ সকাহ পালে। তাই ক'লে—"পুলিচবোৰ বৰ নিষ্ঠুৰ নহয় নে ককাইটি ?"

"সঁচাকৈয়ে হয়।"

"তুমিও আছিলা নে তেনেকুৱা ?"

"এদিন আছিলোঁ; কিন্তু আজিকালি নহয়।"

"তুমি তেনে আজিকালি ভাল হ'লা ?"

"ও। ভাল হলোঁ।"

"আকৌ পুলিচ হ'লে তুমি বাৰু আকৌ নিষ্ঠুৰ হ'বা নে কি ?"

"নহওঁ। কেতিয়াও নহওঁ।"

"আ-হা মোৰ ককাইটিনে কোন !" তাই যেন খুব আনন্দ পালে।

"এটা পুলিচৰ চাহাবক মই গুলি কৰি মাৰিলোঁ।"

"গুলি কৰি মাৰিলা ! কিয় ?" খুব আচৰিত হৈ কাচেনে সুধিলে।

"সি আমাৰ দেশৰ মানুহ কেইবাটাকো গুলি কৰিছিল। সেইবাবে।"

"বেছ কৰিলা।"

"মোক ধৰি নিবৰ কাৰণে চাৰিওফালে মানুহ পঠাইছে। সেই কাৰণে মই তোমালোকৰ ইয়ালৈ আহি তোমালোকৰ মানুহৰ দৰে কাল কটাইছোঁহি।"

"তুমি ইয়াত থাকি বৰ বেয়া পাইছা নহয় নে বাৰু ককাইটি ?"

"কেতিয়াও নাই পোৱা।"

"তুমি তেনে কেলেই বেজাৰ মনেৰে থাকা ? তোমালোকৰ ভৈয়ামৰ মানুহবোৰ দেখিবলৈ বৰ ধুনিয়া নহয় নে ?"

"তোমাতকৈ নহয় কাচেন।"

কাচেনৰ অন্তৰখন গৌৰৱত ফুলি উঠিল।

"তুমি বাৰু ভৈয়ামলৈ যাবলৈ ইচ্ছা কৰা নে কাচেন ?"

"ও। তুমি নিবা নে?"

"কালিলৈ যাম বাৰু। ওলাবা নেই। ৰেলৰ ষ্টেচনলৈ ইয়াৰ পৰা ন'মাইল মান হ'ব। তুমি খোজ কাঢ়িব পাৰিবা নে?"

"নিশ্চয় পাৰিম।"

গুলিয়াই মৰা কুকুৰাটো আৰু সৰু চৰাইটো লৈ দুয়ো আহি ঘৰ পালেহি। কাচেনে চৰাই দুটা মাকৰ আগত পেলাই দি ক'লে—

"চা চোন, এইটো ডাঙৰ আৰু এইটো সৰু চৰাই। ডাঙৰটো মোৰ ককাইটিয়ে আৰু সৰুটো মই মাৰিছোঁ।"

"ভাল হৈছে। কিহেৰে মাৰিলি?"

"গুলিয়াই।"

তাৰ অৰ্থ কাচেনৰ মাকে একো বুজি নাপালে।

বাপেক ম'হৰপৰা ঘূৰি আহিল। পিছদিনা ককায়েকৰ লগত ভৈয়ামলৈ যাবলৈ কাচেনে অনুমতি ল'লে।

ৰাতি পুৱাল। কাচেন আৰু দাসে কিবাকিবি দুটামান খাই ৰেলৰ ষ্টেচনৰ ফালে যাবলৈ সাজু হ'ল। মোনা এটাত পিস্তলটো আৰু আন আন আৱশ্যকীয় বস্তুকেইটা ভৰাই লৈ কাচেন আৰু দাস ষ্টেচন পালেহি। ঠিক সময়তে ৰেল আহিল। টিকট দুটা কিনি দুয়ো ৰেলত উঠিল। ৰেলত প্ৰায় ত্ৰিশ মাইল অতিক্ৰম কৰাৰ পিছত দুয়ো ৰেলৰপৰা নামিল। গাঁৱলীয়া ষ্টেচন। ৰেলখন যোৱাৰ লগে লগে মানুহ দুজন পাৰবলৈ নাইকিয়া হ'ল। তেওঁলোক এটা সৰু বাটেদি যাবলৈ ধৰিলে। এজাক গৰখীয়া ল'ৰাই এটা সৰু নামঘৰ সাজি নাম গাইছে। কাচেনে ইফাল সিফাল কৰি কিবাবোৰ চাই গৈছে। মিঃ দাসে ল'ৰা কেইটাৰ কাষ চাপি গৈ সুধিলে এটা মিকিৰৰ দৰেই, গাঁওখনৰ কি নাম?

মিকিৰ মিকিৰনি হাল দেখি সিহঁতৰ নাম বন্ধ হ'ল। তেওঁলোকৰ ফালে ৰব কৌতূহলেৰে চাই থকা ল'ৰা জাকৰ এটাই ক'লে—

"চলাগুৰি।"

তেওঁলোক দুয়ো আকৌ যাবলৈ ধৰিলে। এখন সৰু হাবিৰ মাজৰ এটা লুঙলুঙীয়া বাটেদি তেওঁলোক আগবাঢ়িল। বহুত দূৰলৈকে মানুহ দুনুহ নাই। এনেতে কোনোবা তিৰোতাৰ মাত শুনা যেন লাগিল দাসৰ। কাণ থিয় কৰি খুব মনে মনে বেগদি যাবলৈ ধৰিলে। অলপ দূৰ গৈ দেখে কেইটামান মৈমনসিঙিয়াই দুজনী অসমীয়া গাভৰু মাইকী মানুহৰ হাতত ধৰি টনা-আজোৰা কৰিছে। দাস কাষ চাপি গ'ল, চকুৰ পচাৰতে পিস্তলটোত গুলি খাজি ল'লে।

"এই এৰি দে" বুলি দাসে প্ৰথমতে সিহঁতক ধমক দিলে।

দাসৰ কথালৈ কৰ্ণপাত নকৰি পোনেই আহি এটাই দাসক চৰ মাৰি দিলে। দাসৰ খঙে মুৰৰ চুলিৰ আগ পালেগৈ। গুৰুম গুৰুম কৈ দুজাই এৰি দিলে। মৈমনসিঙিয়াটো বাগৰি পৰিল। বাকী দুটা মৈমনসিঙিয়াই দাসৰ কালে চোঁচা ল'লে। দাসে সিহঁতৰ ভৰিলৈ লক্ষ্য কৰি গুলি এৰিলে। গুলি খাই দুয়োটা বাগৰি পৰিল। মাইকী মানুহ দুজনী ভয়ত কঁপিবলৈ ধৰিলে।

"আপোনালোকৰ ঘৰ ক'ত?" দাসে সুধিলে।

"আমাৰ ঘৰলৈ ইয়াৰপৰা চাৰি মাইলমান হ'ব।"

"আপোনালোকক ইহঁতে কেনেকৈ লগ পালে?"

"আমি স্টেচনৰপৰা এই মাত্ৰ আহিছিলোঁ। সিহঁত তিনিটা এইফালৰপৰা ওলাই আমাক অত্যাচাৰ কৰিবৰ যত্ন কৰিছে।"

"বলক ইয়াৰপৰা বেগেতে আঁতৰ হওঁ। নহ'লে মোৰো বিপদ হ'ব। কোনো সোধ-পোছ নকৰাকৈ আপোনালোক আমাৰ আগে আগে গৈ থক, আমি আপোনালোকৰ পিচে পিচে কোনো বিপদে চুব নোৱাৰাকৈ গৈ থাকিম।"

"বিপদ কেনিও নেৰাই কাচেন। আহাঁ তেওঁলোকক নিজৰ ঘৰত থৈ আহি আমাৰ ঠাইলৈ যামগৈ।"

কাচেনৰ হিয়াখনি নানা আশঙ্কাত কঁপি উঠিল। তাইৰ অন্তৰত নানাভাৱে খেলি মেলি লগালে।

"তুমি ভয় কৰিছা কাচেন ?"

"ওহো ।"

"মই আছো । মোৰ জীৱন থকালৈ তোমাৰ একো অমঙ্গল নহয় ।"

মাইকী মানুহ দুগৰাকী তেওঁলোকৰ নিজৰ ঘৰত উপস্থিত হৈ মিঃ দাসহঁতকো তেওঁলোকৰ ঘৰত ৰাতিটো থাকিবলৈ অনুৰোধ কৰিলে। ৰাতি ফুৰি-ফুৰা সুবিধাজনক নহয় ভাবি দাস আৰু কাচেন দুয়ো খাই বৈ উঠি উঁহাদৰ মুখত পৰি থাকিল। ৰাতিপুৱা আকৌ তেওঁলোকে আন এটা বাটেদি স্টেচনলৈ আহি পুনৰ মিকিৰ পাহাৰলৈ বুলি যাত্ৰা কৰিলে।

## ॥ চৌধ ॥

অৰুণাহঁত মোমায়েকৰ ঘৰত চাৰি-পাঁচ দিন মান কটোৱাৰ পিছত এদিন দুপৰীয়া খাই-বই উঠি অৰুণাই ককায়েকক ক'লে—

"ককাইদেউ তুমি আৰু আমাক ইয়াতে এৰি থৈ যাবাগৈয়ে। আমাক জানো তেজপুৰ নগৰখন দেখুৱাবা ?"

"তেজপুৰত থাকিবি যেতিয়া সদায়েই চাই থাকিবি আৰু এতিয়াইনো লৰাধপৰাকৈ কি চাব লাগিছে ?"

অনিমা ওচৰতে থিয় দি আছিল। কথাষাৰ শুনি তপৰ্কৰে মাত লগালে—"নালাগেহে অৰুণা। তেখেতে ইমান গপ কৰিছে ! আমি নিজে নিজে চাব পাৰিম।"

"কিয় নোৱাৰিম ? নিশ্চয় পাৰিম।" অৰুণাই ক'লে।

"সিমানটো সাহ আমাক ৰাক দেখুৱাব নালাগে। আজি কোন কোন বাৰ তেওঁে ওলাবিহঁক। মই ৰাক টেক্সী এখন আনি অগ্নিগড়, উষাৰ ভাঁড়শাল আদি সকলো দেখুৱাই আনিম।"

"তুমি তেন্তে সোনকালে আহাগে যোৱা। দেৰি হ'লে আমি নাৰাওঁ দেও ৰেগেতে গুচি আহিবলৈ। নেদেখা বস্তু এটা চাবলৈ যাম যেতিয়া ভাল কৈ চাই আহিম আৰু।"

"তইঁত তেনেহলে ওলা। মই বেগেতে মটৰ এখন লৈ আহোঁ" বুলি অৰুণাৰ ককায়েক ওলাই গ'ল। অৰুণা আৰু অনিমা দুয়ো নগৰ চাবলৈ ওলাল। লগতে অৰুণাৰ মোমায়েকৰ জীয়েক তৰুও সাজি পাৰি ওলাই থাকিল। অলপ পিছতেই এখন মটৰলৈ অৰুণাৰ ককায়েক ঘূৰি আহিল। আনন্দৰ হাঁহি এটি মাৰি তিনিও আহি মটৰত উঠিল।

"আগতে এতিয়া ক'লৈ যাৱহঁত ?" অৰুণাৰ ককায়েকে সুধিলে।

"আগধৰি উষাৰ তাঁতশাল, তাৰ পিছত অগ্নিগড়, তাৰ পিছত পগলা ঝাটেক চাই ঘূৰি আহিম।" অৰুণাই ক'লে।

"কেলেই পাৰ্কখন নাচাৱ ?"

"চিনি পালেহে চাওঁ বুলি কম।" অনিমাই ক'লে।

"ময়ে বাৰু মোৰ ইচ্ছামতে দেখুৱাই আনিম। তইঁতে একো পেক্ নেপেকাবি বুজিছ ?"

মটৰ ভটিয়াই গ'ল। নগৰ পাৰ হৈ কিছুদূৰ গৈয়েই মটৰ বথাবৰ কাৰণে অৰুণাৰ ককায়েকে হুকুম দিলে। মটৰ ৰ'ল। আটাইখিনি মটৰৰপৰা নামি উষাৰ তাঁতশাল চাবলৈ আগবাঢ়ি গ'ল। যাবলৈ বাট নাই। চাৰিওফালে সৰু সৰু জুতুলি জুতুলি গছবোৰ। সকলোবোৰ অতিক্ৰম কৰি গৈছে। উষাৰ তাঁতশাল চোৱাৰ হেপাহে সকলো দুখ-কষ্ট আঁতৰাই নিছে।

"ইমান এটা পুৰণি বস্তু ইয়াত পৰি আছে, তাক চাবলৈ কিমান মানুহ অহা যোৱা কৰে, অসমৰ ইমান দুৰ্দশা যে তাক চাবলৈ যাবলৈ বাট এটা নাই !" অনিমাই বৰ দুখ প্ৰকাশ কৰে।

"এয়া চা এইখন উষা বহা তাঁতৰ পাত।" এচটা বৰ ডাঙৰ শিল দেখুৱাই অৰুণাৰ ককায়েকে কয়।

"ইমান ওখ মানুহ আছিল নে? সেইবোৰ মানুহ চাগে বৰ ডাঙৰ ডাঙৰ আছিল নেই!" অকণাই তাৰ প্ৰকাশ কৰে।

"এইবোৰ তাঁতশালৰ খুটা। এইবোৰ সিপিনিৰ্হত বহা আসন।" সুন্দৰ সুন্দৰ শিলত কাটি থোৱা ফুলবোৰ দেখুৱাই অকণাৰ ককায়েকে কয়।

"সেই কালত কাবিকৰবিলাক চাগে কিমান যে পাৰ্গত আছিল! আজি সেই সকলোবোৰ লুপ্ত হৈছে। হায় দুৰ্ভগীয়া অসম! ইমানবোৰ জলজল পটপট চিন পৰি থাকোতেও বঙালীয়ে কবলৈ বিচাৰে অসমৰ সভ্যতা, অসমৰ ভাব ভাষা বঙালীতকৈ পিছৰ বুলি।" অনিমাই দুখ প্ৰকাশ কৰে।

বস্তুবোৰ আটাই কেইজনীয়ে পিতিকি চায়। অকণাৰ ককায়েকে আশে-পাশে পৰি থকা আন আন ফুলকাটি থোৱা শিলবোৰ দেখুৱাই। চাইমেলি তেওঁলোক ঘূৰি আহিল। মটৰ আকৌ পুৱ মুৱা হৈ চলি গ'ল, গণেশবাটৰপৰা অলপ আহিয়েই পোৱা পাৰ্কখনৰ কাষলৈ। পাৰ্কখনৰ কাষৰ আলিবাটটোত মটৰ ৰাখি তেওঁলোক নামি গ'ল।

সাৰী সাৰী কৈ পাৰি থোৱা শিলবিলাকত কাটি থোৱা নানা ধৰণৰ ফুলবোৰ চাই চাই তেওঁলোক আগবাঢ়ি গ'ল। এটা পকা ভেঁটি, তাৰ ওপৰত আওঁজাই থোৱাৰ দৰে আছে এটা ডাঙৰ শিলৰ খুটা। তাত কাটি থোৱা আছে নানা দেৱ দেৱীৰ অসংখ্য মূৰ্ত্তি। পিতিকি পিতিকি শিলৰ মূৰ্ত্তিবোৰ আটাইবোৰে চায়।

"এইবোৰনো কিহেৰে কাটিছে বাক ককাইদেউ?"

"মই কটা দেখা হ'লে শিকিয়েই পেলালোহেঁতেন। আজিকালিৰ নতুন নতুন ধৰণৰ ফুলকাটি এইবোৰ চেৰাই গলোহেঁতেন।"

"এওঁ যে আক কথাবোৰ কয়!" অকণাই ককায়েকক বংকেৰি কয়।

"হেৰ মোকনো বাক তহঁতে কি বুলিছ? তহঁতে ময়ে তেওঁ একেযুগৰ মানুহ হে।"

"সেইবুলি আৰু তুমি তেনেকৈ ক'ব লাগে নে?"

"এইবাৰৰপৰা নকওঁ বাৰু দে। এয়া পিছে চোৱা হ'ল নে? হ'ল যদি অগ্নিগড়লৈ যাওঁ ব'ল। তাত বহুতো চাবলগীয়া বস্তু আছে। সেইবোৰ কিহেৰে কাটিছে মই বাৰু বুজাই দি যাম।"

মটৰ আকৌ পূৱমুৱা হৈ চলি গ'ল। ব্ৰহ্মপুত্ৰৰ কাষে কাষে মটৰখন কিছুদূৰ আগবাঢ়ি গ'ল। মটৰৰপৰাই মহাবাহু ব্ৰহ্মপুত্ৰক দেখা গ'ল। প্ৰাকৃতিক সৌন্দৰ্যবোৰ বৰ সুন্দৰ কৈ জিলিকি উঠিল। বগা ব্ৰহ্মপুত্ৰৰ বুকুত উৰি ফুৰা চৰাইবোৰৰ টিঁটিঁ টাঁটা মাতবোৰ শুনিবলৈও ভাল লাগে।

"অসম প্ৰাকৃতিক সৌন্দৰ্যৰ এটা খনি।" অবৰ্ণনীয় দৃশ্যবোৰ চাই থাকোতেই ভাবুকি অনিমাৰ মুখৰপৰা ওলাল।

"সঁচাকৈয়ে।" অৰুণাই সমাগিলে।

অগ্নিগড়ৰ কাষত মটৰ ৰ'ল। সৰু অথচ দীঘল হৈ ওপৰলৈ উঠি যোৱা বাটটোৰেদি অলপমান গৈয়ে তেওঁলোকে দেখা পালে এখন 'ফলি'। চৰকাৰৰ ঘৰৰপৰা সাৱধান বাণী দি তাত সেইখন আঁৰি থৈছে। অৰুণা অনিমা দুয়ো খন্তেক ৰৈ ফলিখন পঢ়ি চায় আকৌ এখোজ দোখোজ কৈ ওপৰলৈ উঠি গ'ল।

"এয়ে আছিল হেনো বাণৰজাৰ ৰাজধানী।" অৰুণাৰ ককায়েকে অৰুণাহঁতকে লক্ষ্য কৰি ক'লে। অৰুণাহঁতে শুনিলে যদিও একো জবাব দিবৰ ইচ্ছা নকৰিলে।

ইচটাৰ ওপৰত সিচটা পেলাই থোৱা নানা ধৰণৰ ফুলকটা শিলবোৰ। খাপ-খাপ কৈ ওপৰলৈ উঠিবৰ কাৰণে জখলাৰ নিচিনা হৈ থকা শিলৰ বিভিন্ন ধৰণৰ ফুলবোৰ ইকাল-সিকাল কৰি চাই চাই তেওঁলোক ওপৰলৈ উঠি গ'ল।

এচটা ক'লা শিলত কাটি থোৱা এটি ফুল। আদিম যুগৰপৰাই

সেই ফুলটো চিৰ নতুন হৈ তাত পৰি আছে। আটাইখিনি সেই ফুলটোৰ কাষলৈ আগবাঢ়ি গ'ল। পবিত্ৰ ভাবত তেওঁলোকৰ শিৰ দোঁ খাই গ'ল। অতি নম্ৰভাবে ফুলপাহ স্পৰ্শ কৰিলে। "ইমান ধুনীয়া!" তেওঁলোকে কলাগিলে।

ওচৰত থকা সিংহ মূৰ্ত্তিটো। মূৰটো ভাগি মাটিত পৰিছে। গাডোখৰ তেতিয়াও থিয় হৈ আছে, যেন এটা জীৱন্ত সিংহ। পৰি থকা সিংহৰ মূৰটো আনি থিয় হৈ থকা গাটোত লগাই দিলে অকণাই। সাইলাখ এটা সিংহ।

"মূৰটো এনেকৈয়ে ৰাখিব পৰা হ'লে?" অকণাই কয়। কিন্তু নোৱাৰে অলপ সময় সেইদৰে ধৰি থাকি আকৌ মূৰটো আগৰ জেগাত নমাই থয়। ইমান পুৰণি বস্তুবোৰৰ আলৈ আথানি দেখি তেওঁলোকৰ অন্তৰত দুখ লাগে। ইকাল-সিকাল কৰি চাই ফুৰোতে তেওঁলোকৰ চকুত পৰিল হিৰণ্যকশিপু আৰু নৰসিংহৰ মূৰ্ত্তিটো। নৰসিংহই হিৰণ্যকশিপুৰ লগত কৰা যুদ্ধৰ কথা তেওঁলোকৰ মনত পৰিল। ইমান সুন্দৰকৈ কাটি থোৱা আছে মূৰ্ত্তিটো। আজি হাজাৰ হাজাৰ বছৰ ধৰি সেইবোৰ তাতে আছে। আৰু যে কিমান দিন থাকিব। তেওঁলোকৰ চকুৰপৰা ভক্তিৰ চকুলো ওলাই আছে। আটাইকেইজনে নৰসিংহৰ প্ৰতি নমস্কাৰ জনায়।

কিবাকিবি বস্তুৰ ভগাছিগা অংশবোৰ ডোখৰ ডোখৰ হৈ পৰি থাকে। তেওঁলোকে পিটিকি পিটিকি চায়। বিশেষ একো অনুমান কৰিব নোৱাৰে। সেইবোৰ যেন ঘৰৰ চকা, ৰথটোপ, ছিলৈ আদিৰ ভগ্নাৱশেষ। ঢেঁকীৰ খুৰলিৰ নিচিনা কিবা এটা বস্তু তেওঁলোকৰ চকুত পৰে। আগবাঢ়ি গৈ তাক ভালকৈ লক্ষ্য কৰে। ঢেঁকীৰেই কিবা অংশ নে নাই আন কিহবাৰ অংশ তেওঁলোকে একো ধৰিব নোৱাৰে। সকলোবোৰ বস্তু চাই চাই অন্তৰত অলি থকা স্বাধীনতাৰ চাকিটোৰ পোহৰ অলপ বেছিকৈ জিলিকি উঠে। লাহে লাহে তেওঁলোক আকৌ নামি আহে। ব্ৰহ্মপুত্ৰৰ সৌন্দৰ্য আকৌ

তেওঁলোকৰ চকুত পৰে। অগ্নিগড়ৰপৰা পূবফালে থকা সৰু পাহাৰটো দেখুৱাই অৰুণাৰ ককায়েক কয়—"কোনোবা এজন বীৰক হেনো সেই পাহাৰটোৰ ওপৰত বলি দিছিল। তেওঁৰ শৰীৰৰ তেজ পৰাৰ বাবেই সেই পাহাৰটোৰ মাটিবোৰ তেজৰ দৰে ৰঙা।"

"ভগৱানৰ ইমান মহিমা!" অৰুণাই ক'লে।

"হেৰা অৰুণা বাণৰজা নিজে ইয়াত থাকি জীয়েক উষাক বাৰু ইমান আঁতৰত ৰাখিছিল কিয়?" অনিমাই সুধিলে।

"উষাদেৱী বৰ সুন্দৰী কন্যা আছিল। কোনোবাই হৰি নিয়াৰ ভয়ত আঁতৰত এটি প্ৰকাণ্ড গড় মাৰি, তাৰ ভিতৰত তেওঁক ৰাখিছিল আৰু সেই গড়ৰ ভিতৰতেই উষাদেৱীৰ সকলো সুখ-সম্ভোগৰ দিহা কৰি দিয়াইছিল। লগত আন আন সখীয়েকৰ বাহিৰেও এগৰাকী প্ৰধান সখী আছিল চিত্ৰলেখা। বাকীবোৰ জানাই আৰু।"

"ও পঢ়িছো।" অনিমাই ক'লে।

লাহে লাহে মটৰ পগলা কাটেকৰ ফালে চলি গ'ল। দূৰৰপৰাই মানুহৰ চিঞৰ-বাখৰ শুনি অৰুণাহঁতৰ মনত অলপ ভয়ৰ সঞ্চাৰ হয়। গেটৰ মুখত মটৰ ৰাখি তেওঁলোক পগলা কাটেকৰ ভিতৰ সোমাল। অসংখ্য পগলা। সিহঁতৰ কিছুমানে চিঞৰি চিঞৰি কান্দিছে, কিছুমানে কোনো ব্যক্তিগত মানুহৰ নাম ধৰি গালি পাৰিছে, কিছুমানে ইফাল-সিফাল কৰি নানা কথাৰ মহলা মাৰিছে। এটা পগলা তাৰ কোঠাটোৰপৰা ওলাই আহি বাহিৰত থকা ৰেলিঙৰ ওচৰ পালেহি। বেৰত আঁৰি থোৱা ঘড়ীটোৰ লগত কিষাকিষি কিছুমান কথা বকিলে। ইমান শকত-আৱত পগলাটো দেখি ভয়ত আটাইকেইজনীয়ে অৰুণাৰ ককায়েকৰ গাৰ আঁৰত লুকাবৰ যত্ন কৰে। তেওঁলোকৰ লগত যোৱা ডাক্তৰজনে ভয় কৰিবলৈ হাক দিলে।

মাটিত বহিলৈ চিঞৰি চিঞৰি কান্দি থকা পগলা এটাৰ ওচৰ

পাই অকণাৰ ককায়েকে সুধিলে—"এই কেলেই কান্দিছ?" সি কোনো উত্তৰ নিদি যেছিকৈ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। তেওঁ আকৌ সুধিলে—"এই নকৰ কেলেই কিয় কান্দিছ?" হঠাতে হো হো কৰি হাঁহি একালে লৰ মাৰিলে।

"আঐ দেহি পগলা যি পগলা!" অকণাই দুখ প্ৰকাশ কৰিলে।

"ইহঁতৰ কাণ্ড কিমান দেখিব, কিমান শুনিব!" লগত থোৱা ডাক্তৰজনে ক'লে।

"ইহঁতৰ লগত মিলা-মিছা কৰিবলৈ আপোনালোকৰ ভয় নালাগে নে?" অকণাই সুধিলে।

"আমাৰ ভয় নালাগে। সিহঁতে আমাক খুব ভয় কৰে। যিহকে কৰিবলৈ কওঁ তাকে কৰে নহয়।"

এটা দোৰ্ধোৰ পগলাক ওচৰলৈ মাতি আনি ডাক্তৰজনে ক'লে—"এই তই এইখিনিতে বহি থাক। মই ঘূৰি আহি তোপোৱালৈকে ইয়াৰপৰা নুঠিবি।"

অকণাহঁতৰ কালে চাই ডাক্তৰজনে ক'লে—"চাব এতিয়া আমি নহালৈকে সি ইয়াতে বহি থাকিব।" পগলাটো তাতে বহি থাকিল। তেওঁলোক তাৰপৰা আঁতৰি গ'ল।

গোটেই পগলাকাটেকথন ঘূৰি-পকি প্ৰায় এঘণ্টাৰ পিছত ঘূৰি আহি পগলাটো আগৰ ঠাইতে আমন-জিমনকৈ বহি থকা দেখি অনিমাহঁতে হাঁহিলে। পগলাৰ কাণ্ডবোৰ দেখি সিহঁতৰ দুখ লাগিল। ডাক্তৰ ওচৰ চাপিগৈ ক'লে—"অই! ইয়াৰপৰা তোৰ আগৰ ঠাইলৈ যা গৈ।"

পগলাটো থিয় হৈ তেওঁবিলাকৰ কালে এবাৰ চালে। তাৰ পিছত কিবা এটা ভাবি ভাবি অতি গহীনভাৱে তাৰপৰা আঁতৰ হ'ল।

পগলা কাটেকৰপৰা সকলোবোৰ লাহে লাহে ওলাই আহি মটৰত উঠিল। ডাক্তৰজনে তেওঁলোকক আহি আগবঢ়াই থলেহি। লাহে লাহে মটৰ চলি গ'ল।

## ॥ পোন্ধৰ ॥

মিঃ দাসে কাচেনক লগত লৈ মিকিৰ পৰ্বত পালেগৈ। সেইদিনা বাতিটো বৰ ভাবনা-চিন্তাৰ মাজেদি পাৰ কৰাই দিলে। বাতি পুৱাই পুৱাই আহোঁতেই দাসে কাচেনক 'কাচেন' 'কাচেন' বুলি খুব মিহি মাতেৰে মাতিলে। দাসৰ মাতত সাৰ পাই খুব লৰালৰিকৈ কাচেনে শোৱা পাটি এৰি একে জাপেই দাসৰ ওচৰ পাই সুধিলে—

"ইমান বাতিপুৱাই কি হ'ল ককাইটি? কিবা বিপদ হৈছিল নে কি?"

"তুমি মোৰ লগত থাকিলে বিপদ কেনেকৈ হ'ব পাৰে কাচেন?"

"কিয় জগালা তেনেহ'লে?"

"বাতিপুৱাৰ চিকুণ টোপনিকণৰ পৰা তোমাক আঁতৰাই অনাৰ বাবে বেয়া পাইছা নে কি কাচেন?"

"তুমি যদি কাচেনক কাটি দু-টুকুৰা কৰি উটাই দিয়া তথাপি কাচেনে তাইৰ ককায়েকক বেয়া নাপায়।"

"হেই পাগলীজনী!"

"বাক কাচেন আমি জুৰিটিৰ কাষত অলপ ফুৰি আহোগৈ ব'লা। যাবা?"

কাচেনে কোনো আপত্তি নকৰাকে দাসৰ হাতত ধৰে। খুউব লাহে লাহে দুয়ো জুৰিটিৰ কাষলৈ আগবাঢ়িল। পুৱাৰ সলনা বতাহত ফুলবিলাক হালি-জালি আছিল। তাৰে কিছুমান কাচেনে ছিঙি ল'লে। ৰঙ-বিৰঙৰ চৰাইবিলাকৰ নানা ধৰণৰ সুমধুৰ মাতত দুয়োটিৰে প্ৰাণ আপ্লুত হৈ উঠিল। নিজৰাৰ কাষলৈ দুয়ো লাহে লাহে নামি গ'ল। নিজৰাৰ শীতল জলত হাত-মুখবোৰ ধুই পাৰৰ শিল এটাত দুয়ো বহিল।

"ভৈয়ামৰ মানুহবোৰে খুব গীত গাব জানে। ইমান মধুৰ গীতবোৰ! তুমি গাব জানা নে? এটা গোৱাঁচোন ককাইটি।"

আজলী মিকিৰণী ছোৱালীটিৰ অজলা কথাত মিঃ দাসে কাঁকি দিবলৈ বেয়া পালে।

"জানো" দাসে ক'লে, "কিন্তু পৰ্বতৰ স্বাধীন মনৰ স্বাধীন ভাৱৰ মিকিৰৰ নিচিনা কোনোমতেই শুৱলা নহয়। তোমালোকৰ গীতবোৰ যেন চৰাইৰ এটি ৰাগিণী।"

"ইহ্‌ অসভ্য জাতিৰ লগত সুসভ্য জাতিৰ বিজনি দিয়াতো, চাকিৰ পোহৰৰ লগত জোনৰ পোহৰ তুলনা কৰা হয়। গোৱাঁচোন ককাইটি গীত এটি।"

দাসে জুৰি দিয়ে বিচ্ছেদৰ এটি কৰুণ ৰাগিণী, জুৰিটিৰ কুলু কুলু সুৰৰ লগত খুব ধীৰে ধীৰে মাতটো মিলাই দি। মলয়া বতাহে তাৰ প্ৰতিধ্বনি কঢ়িয়াই লৈ যায় বহুত দূৰলৈ। চিতি লৈ থোৱা ফুলবোৰ এটি এটি কৈ গীতৰ চেৱে চেৱে কাচেনে পানীত উটাই দিয়ে। চোৰ লগত তল-বল কৰি ফুলবোৰ আঁতৰি যায়।

"ঠিক সেইদৰেই কাচেন" গীতৰ শেষত উটি যোৱা ফুলটি দেখুৱাই দাসে কাচেনক কয়।

"কি হ'ল, ককাইটি এই দৰে কি হ'ল?"

"এইদৰেই সময় সাগৰৰ চোৰ সোঁতত পৰি মই তোমাৰপৰা লাহে লাহে আঁতৰ হৈ যাম কাচেন।"

"তুমি কি কৈছা মই যে বুজা নাই। নাজানা জানো মিকিৰবোৰ তেনেই অঁকৰা। সিহঁতৰ হিয়াবোৰ কোমল ঠিক এটি ফুলৰ পাহিৰ দৰেই। ফুলবোৰ যি দৰে অলপ দুখ পালেই জাপি-চিপি চুৰমাৰ হয়, ঠিক সেইদৰেই সিহঁতৰ অকণি অকণি হিয়াবোৰো জাপি-চিপি চুৰমাৰ হয়। মোক ভালকৈ বুজাই দিয়া ককাইটি।"

"তুমি কালি ভৈয়াম দেখিলা কাচেন?"

"ও দেখিলোঁ। তোমালোকৰ ভৈয়াম খুব সুন্দৰ, মুকলি, চাকা;

কিন্তু আমাৰ পৰ্বত হাবি-বনেৰে ভৰপূৰ। ভৈয়ামৰপৰা গুচি আহিবলৈ তোমাৰ খুব বেয়া লাগিছিল নহয় নে?"

"বেয়া? কাচেনৰ লগত আহিবলৈ আকৌ বেয়া লাগিব কিয়? তুমি কৈছা ভৈয়ামখন বৰ সুন্দৰ। কাচেন, সুন্দৰৰ মাজতে লুকাই থাকে বিহ। সেই বিহে ভৈয়ামৰ মানুহক খুলি খুলি খাইছে। সেই কাৰণেই ভৈয়ামৰ মানুহবিলাকৰ মাজত সোমাই থাকে হাই-কাজিয়া, সৰু-ডাঙৰ, ধনী-দুখীয়া, উচ্চ-নীচ ভাব; কিন্তু তোমালোক সৰল, তোমালোকৰ অন্তৰ বিশ্বপ্ৰেমেৰে ভৰপূৰ। ভৈয়ামৰ নীচ মানুহৰ লগত তোমালোকৰ পবিত্ৰ অন্তৰৰ মানুহবোৰক বিজাই তোমালোকক তললৈ ননমাবা কাচেন।"

"ককাইটি! তুমি হয়তো পাহৰি গৈছা আমি অশিক্ষিত, আমি আধা নঙঠা মিকিৰ। আমাৰ বসতি পৰ্বত বুলি। ইমান বাস্তিপুৰাই তোমাৰ আজি কি হৈছে? তোমাৰ মুখ ইমান মলিন হৈ পৰিছে কিয় ককাইটি? আমি কিবা জগৰ লগালোঁ? কোৱা, তোমাৰ কি হৈছে।"

"কাচেন" দাসে কাচেনক তেওঁৰ কোচত হাওলাই তুলাই লয়।

"মই তোমালোকৰ ইয়াত আজি ইমান দিন কটাইছোঁহি কিয় জানা জানো বাৰু?"

"ও। তুমি এদিন কৈছিলা নহয়, তুমি চৰকাৰৰ দোষ কৰিছা বুলি।"

"সত্য।" দাসে ক'লে। "সিদিনা ভৈয়ামলৈ যোৱাৰপৰা মোৰ বিপদ আৰু ওচৰ চাপি আহিছে।"

"আগতে তেনেকৈ নক'লা কিয়? আমি নগলোঁহেঁতেন নহয়। কি হৈছে, ক'ৰবাত পুলিচ আহিছে?"

"তেনে বিপদ হ'ব বুলিতো আগেয়ে কেতিয়াও জনা নাছিলোঁ। খন্তেকৰ ভোজ খাওঁতা নাই। মই এতিয়া এই ঠাই এৰিব লগা হৈছে।"

"তুমি কেতিয়াও যাব নোৱাৰা ককাইটি।" কান্দি কান্দি লোচেনে কৈ উঠিল। "তুমি গ'লে মই কাৰ লগত থাকিম? তুমি নোৱাৰা যাব। মই কেতিয়াও এৰি নিদিওঁ।" কাচেনে দাসক গৰা মাৰি ধৰিলে।

"কাচেন।" কাচেনৰ হাত দুটা একেলগে লৈ দাসে ক'লে—"তুমি আজলি। সংসাৰৰ আল-জাল বুজি নোপোৱা। চৰকাৰৰ ধৰবপৰা মোক ধৰিবৰ কাৰণে চাবিওফালে চোৰাংচোৱা ঘূৰি ফুৰিছে। আজি ইমান দিন সিহঁতে মোৰ কোনো সম্ভেদ পোৱা নাছিল! কিন্তু কালি যে আমি মৈমনচিঙিয়া কেইটা গুলিয়াই আধামৰা কৰি থৈ আহিলোঁ। সেই কেইটাই আমাৰ খবৰ চৰকাৰক দিব। পিতলেৰে এটা মিকিৰে গুলি কৰিছে বুলি কোৱাৰ পিছত মোক ধৰিবলৈ মানুহ জকলা আহিব আৰু মোক ধৰি নিব পাৰিলে ফাঁচী দিয়াতো খাতাং। গতিকে মই মোৰ প্ৰাণৰক্ষা কৰিবলৈ পলাব লাগিব কাচেন।"

ইতিমধ্যে সূৰ্যটো লাহে লাহে উঠি গোটেই আকাশ পোহৰাই পেলালে। সোণালী কিৰণবোৰ পৃথিৱীত পৰিল।

"কাচেন দেখিছা সৌটো মানুহ।" সেইকালে তেওঁচন কৰি অহা মানুহ এটাক দেখুৱাই দাসে ক'লে।

"সি নিশ্চয় চোৰাংচোৱা। মোৰ সম্ভেদ লবৰ কাৰণে আহিছে। সি কিবা সুধিলে প্ৰথমে তুমিয়ে উত্তৰ দিবা দেই।" পিস্তলটোত দাসে গুলি কেইটামান ভৰাই ল'লে। ইহঁতে অনেক কংগ্ৰেছী মাৰিছে, মই এটাক মাৰিলে পাপে চুব নে? দাসে মনতে ভাবিলে।

দূৰত দেখা মানুহটো লাহে লাহে ওচৰ চাপি আহিল। মানুহটো হঠাৎ দেখা যেন তাও দেখুৱাই কাচেন লাহেকৈ থিয় হ'ল। সি অলপ ওচৰ চাপি আহি আঁকৰা মানুহৰ দৰে কিবাকিবি বুজিব নোৱাৰা কথা ক'লে। মানুহটোৰ আকৃতি-প্ৰকৃতি চাই দাসে চোৰাংচোৱা বুলি অনুমান কৰি খপকৰে থিয় হৈ তাৰ কাষ চাপি গৈ হাত এখনত খাপ মাৰি ধৰি সুধিলে—"তই কোন?"

সি আকৌ লেবলেবীয়াবলৈ লাগিল। এইবাৰ দাসে পিস্তলটো টোৱাই প্ৰশ্ন কৰিলে—"তই কোন ক, নহ'লে এই শেষ হবি এতিয়া।"

তথাপিতো সাৰিবৰ মনেৰে সি বিৰিং বাৰাংখন বকিবলৈ আৰম্ভ কৰিলে। দাসে ৰবকৈ ধমক দিয়াত সৈ কাঢ়ি দিলে। সি এটা চোৰাংচোৰা। গুলিয়াই আধামৰা কৰা মৈমনচিঙিয়া কেইটাৰ মুখে কিবাকিবি সম্ভেদ পাই মিকিৰ পৰ্বতত অনুসন্ধান কৰিবলৈ সি আহিছে।

"তোৰ নাম কি?" দাসে সুধিলে।

"মোৰ নাম মহম্মদ ৰচিদ।"

"তোৰ ঘৰ ক'ত?"

"চিলেটত" বঙালী ভাষাৰে সি কথাবোৰ কৈ গ'ল।

"আসামকো পাকিস্তান বনানে কে লিয়ে তুমলোগ চিলেটচে লড়্‌টা হ্যায়" বুলি তাৰ মূৰটো লক্ষ্য কৰি দাসে গুলি কৰিলে। সি লুটিখাই পৰিল। দাসে আৰু এজাই গুলি তাৰ বুকুলৈ লক্ষ্য কৰি মাৰিলে। চোৰাংচোৰাৰ তাতেই মৃত্যু হ'ল। কাচেন আহি দাসক সবা মাৰি ধৰিলে।

"ব'বা কাচেন" বুলি কাচেনক আঁতৰাই থৈ দাসে তাৰ মৰা শটো জুৰিটোত উটাই দিলে। উফবিপৰা তেজবোৰ পানী দি উটাই দাসে ক'লে—

"দেখিছা কাচেন মোক ধৰিবলৈ কিমান ষড়যন্ত্ৰ? মই ইয়াত আৰু খন্তেক থাকিলেই বিপদে বেৰি ধৰিব। কাচেন এই মানুহটোক এইদৰে মৰাৰ কথা আন কি তোমাৰ মাৰাৰ আগতো নকবা দেই। কেতিয়াও নকবা।"

"মোক শিকাবৰ আৱশ্যক নকৰে ককাইটি। তুমিনো বাৰু আমাৰ ইয়াৰপৰা ক'লৈ যাবা? মোৰ গুচৰৰপৰা তোমাক এৰি পঠাবলৈ খুউব ভয় হয়, কি জানিবা চৰকাৰৰ মানুহে তোমাক ক'ৰবাত ধৰি পেলায়।"

"ভগৱানে ৰক্ষা কৰিব কাচেন। বিপদৰ বন্ধু ভগৱান।"

"বিপদ আকৌ চাপিল কাচেন। সৌৱা দেখিছা পুলিচ দাৰোগা। ইহঁতে মোৰ সংবাদ কেনেকৈ পালে বাৰু ?"

"তুমি লুকোৱা। ক'ত লুকাবা বাৰু ? আহ্ ধৰিব এতিয়া।" কাচেন ভয়ত কঁপিবলৈ ধৰে।

"ব'বা কাচেন, ভয় নাখাবা।" দাসে ক'লে। "তুমি খুব গহীন হৈ জুবিটোৰ কাষতে বহি থাকা। মই সিপাৰৰ সৌ শিলৰ খোন্দটোত লুকাই থাকিম। সিহঁতে যদি মোৰ কথা সোধে ক'বা বুলি পৰহি ভৈয়ামলৈ নামি গৈছে। কাহানিকৈ আহিব বুলি সুধিলে ক'বা আৰু নাহো বুলি কৈছে। এঁকৰাটোৰ কথা সুধিলে ক'বা সৌ ওখ পাহাৰটো পাৰ হৈ সিফালে গৈছেগৈ।" কথা কোৱাৰ লগে লগেই দাস আঁতৰিগৈ সুৰঙ্গটোত সোমাই ৰ'ল। কাচেনে গা-ঘোৰাৰ ভাও ধৰি জুবিটোৰ কাষতে বহি ৰ'ল। দাৰোগাজনৰো সৈতে পুলিচ দুটা আহি কাচেনক দেখি ওচৰ চাপি সুধিলে—"তহঁতৰ ইয়াত এটা ভৈয়ামৰ মানুহ আছে, ক'ত আছে দেখাই দে।"

"অ' যে ভৈয়ামৰ শকত মানুহটো ?"

"ও।" দাৰোগাজনে ক'লে।

"সি হ'লে পৰহি আমাৰ ইয়াৰপৰা গুচি গৈছে ভৈয়ামলৈ। সি হাতত সৰু বন্দুক এটা আনিছিলে।"

"সেইটো পিস্তলটো হ'বলা হজুৰ! তাই ঠিকেই কৈছে।" লগত অহা পুলিচ এটাই ক'লে।

"আমিতো ঠিকেই কৈছে। মিকিৰে মিছা কথা নকয়।" কাচেনে ক'লে।

"সি আকৌ কাহানিকৈ আহিব ?"

"সি কিজানি আৰু নাহিব হ'বলা। আমাৰ ইয়াত তাৰ খুউৰ দন্ লাগিছে। মোকে সি ধৰিব খুঁজিছিলে। পিতাই তাক খুউৰ পিতিছে। সি আৰু নাহিব কিজানি।"

"আহা, সি ছোৱালী চোৱত লাগিলহি।" দাৰোগাই ক'লে।

"এটা অঁকৰা দেখিছিলি? এই ফালে আহিছিল।"

"ও। দেখিছিলোঁ। সৌ পৰ্বতটো পাৰ হৈ সিফালে গৈছে। সিখন খৃষ্টান মিকিৰৰ গাঁও আছে। সি তাতে গৈছে হ'বলা।"

কোনো সোধ পোচ নকৰাকৈ সিহঁত ভাবপৰা আঁতৰ হ'ল। দাস লাহেকৈ ওলাই কাচেনক ধন্যবাদ দি ক'লে—

"কাচেন তুমি ঘৰলৈ যোৱা। তোমাৰ মাৰাহঁতক কথাটো শিকাই থবাগৈ আৰু সোনকালে ভাত বান্ধিবলৈ ক'বা। ইহঁত ঘূৰি গ'লেই মই গৈ লৰালৰিকৈ ভাত দুটামান খাই আঁতৰ হমগৈ।"

তুমি হ'লে গুচি নেযাবা আকৌ দেই ককাইটি। মই খুব বেয়া পাম।"

"কেতিয়াও নাযাওঁ, তুমি যোৱাঁ।"

কাচেনে মিঃ দাসলৈ চাই চাই লাহে লাহে ভাবপৰা আঁতৰ হ'ল। দাসে আকৌ সুৰঙ্গটোৰ ভিতৰত ঠাই ল'লে। অশিক্ষিত মিকিৰণী ছোৱালী এজনীৰ বুদ্ধি দেখি দাসে আকৌ ছোৱালীজনীক ধন্যবাদ জনালে। তাৰ পিছত মনে মনে তেওঁ সুৰঙ্গটোৰ ভিতৰত সোমাই থাকিল। কিছু বেলিৰ মূৰত দাসে আকৌ মানুহৰ মাত শুনিবলৈ পালে।

"হুজুৰ সি ইয়াত নাই সঁচা। ক'ৰবাত আমাৰ তাতে আছে।" কোনোবা এটা পুলিচে ক'লে।

"এৰা গুচি যাওঁগৈ আৰু। বচিদে কিবা খবৰ বিচাৰি ঘূৰি ফুৰিছে। সি পিছত ওলাবগৈ।"

পুলিচবোৰ লাহে লাহে আঁতৰি গ'ল। দাসে সুৰঙ্গৰপৰা ওলাই হাবিৰ আঁৰে আঁৰে সিহঁতৰ পিছে পিছে খোজ দিলে। সিহঁত লাহে লাহে ভাবপৰা ওলাই যোৱা দেখি আকৌ কাচেনহঁতৰ ঘৰত উপস্থিত হ'লহি।

"সিহঁত গ'ল?" দাস অহা দেখিয়েই কাচেনে সুধিলে।

“গ’ল। ছুটামান ভাত খাই মই লবালবিকৈ যাওঁ কাচেন.

“যোৱা ককাইটি।” বেজাৰৰ হমুনিয়াহ এটা পেলাই কাচেনে ক’লে।

কাচেনৰ হমুনিয়াই যেন দাসৰ অন্তৰ ভাঙি চূৰমাৰ কৰি দিলে। ছুটামান ভাত লবালবিকৈ খাই আগেয়ে পিন্ধি অহা নেপালীৰ পোচাকটো পিন্ধি দাস যাবলৈ সাজু হ’ল।

“কাচেন।” ওচৰত বৈ একেথৰে তেওঁলৈ চাই থকা কাচেনক দাসে এবাৰ মাতিলে।

কাচেনৰ মুখৰপৰা এষাৰি মাতো উলিয়াব নোৱাৰিলে। দুচকুৱেদি বৈ অহা চকুলোবোৰ মাটিত টপৰ টপৰ কৰি পৰি গ’ল। দাসে যেন কিবা ক’ব খুজিছিল; কিন্তু নোৱাৰিলে। তেওঁৰো চকুলো ওলাল। উভয়ে উভয়ৰ চকুলৈ এবাৰ চালে। কোনেও এষাৰো মাত নিদিলে। দাসে খপ্‌কৰে ঘৰৰ বাজ হৈ ওলাই আহিল। চকোৱাথনত আউজি কাচেনে দাসক নেদেখালৈকে চাই থাকিল।

## ॥ ষোল্ল ॥

অনিমা আৰু অৰুণাই ঘৰত বহি দিন কটোৱাটো উচিত বিবেচনা নকৰিলে। ককায়েক ঘৰলৈ গ’ল। এতিয়া তেওঁলোক অকলশৰীয়া যদিও মোমায়েকৰ ঘৰত অৰুণাহঁতৰ দিনকেইটা সুখেৰেই পাৰ হৈছে। অৰুণা আৰু অনিমাই নগৰৰ ভদ্ৰলোকসকলক কৈ মেলি টকা কেইশ-মান গোটাই নগৰৰপৰা মটৰেৰে গহপুৰৰ ফাললৈ যাত্ৰা কৰিলে।

গহপুৰ থানাৰপৰা প্ৰায় পোন্ধৰ মাইল দূৰত থকা এখন সৰু-গাঁৱলৈকে প্ৰথমে তেওঁলোকে যাত্ৰা কৰিলে। ৰকলা সেই গাঁৱৰ

এজন গণ্য-মান্যলোক। থাকিবলৈ সুবিধা হ'ব বুলি ভাবি প্ৰথমে তেওঁলোক তাতে উপস্থিত হ'ল। বকৰাক তেওঁলোকে বাহিৰত বহি থকা দেখা পাই এটি নমস্কাৰ জনালে। বকৰাইও তেওঁলোকক প্ৰতি নমস্কাৰ জনাই বহিবলৈ আসন দেখুৱাই দিলে। তাৰ পিছত সুধিলে—"আইটিহঁত তোমালোকনো ক'ৰ? আগেয়ে ক'তো দেখা যেন মনত নপৰে।"

"হয়।" অকণাই ক'লে। "আমাৰ ঘৰ বৰপেটাত। বৰ্ত্তমান চলি থকা আন্দোলনৰ বাবে জগৰীয়া সাব্যস্ত কৰি ছুয়োজনীকে চৰকাৰৰ ঘৰৰপৰা আমাৰ জিলাৰপৰা বহিষ্কাৰৰ আদেশ দিছে। সেই কাৰণে আমি আহি তেজপুৰত থাকিব লগা হ'ল। তাত আমাৰ মোমাই-দেউহঁতৰ ঘৰ। সেইবাবে তাতেই কিছুদিন কটালোঁ। কিন্তু সদাই বহি থকাটো উচিত নহয় ভাবি গাঁও সংগঠনৰ উদ্দেশ্যে এই ফালে আহি আজি পোনেই আপোনাৰ ঘৰত আশ্ৰয় বিচাৰি উপস্থিত হৈছোঁ। শুনিছোঁ আপুনি হেনো নিঃস্বাৰ্থ কংগ্ৰেছ কৰ্ম্মী। যদি দয়া কৰি আমাক অলপ সহায় কৰে, তাৰ বাবে আমি কৃতাৰ্থ মানিম।"

"বুলু অ" বুঢ়া বকৰাই বহাৰপৰা মাত দিলে।

"দেউতা।" বুলু ভিতৰৰপৰা ওলাই আহি আলহী ছগৰাকীৰ ফালে খন্তেক চাই দেউতাকৰ আদেশৰ অৰ্থে অপেক্ষা কৰিলে।

"এই ছোৱালী ছটি আহিছে তেজপুৰৰপৰা" বকৰাই ক'লে। "তেওঁবিলাক আহিছে গাঁও সংগঠনৰ বাবে। আমাৰ ইয়াত কিছুদিন থাকিব। তই লৈ যাচোন এওঁলোকক খোৱা-বোৱা আৰু থকা মেলাৰ সুবিধা কৰি দেগৈ।"

"ভাল বাৰু।" বুলুৱে সলাগিলে, তাৰ পিছত অকণাহঁতলৈ চাই ক'লে—"আহক।" বুলুৰ পিছে পিছে অকণা, অনিমা ছয়োজনী ভিতৰ সোমাই গ'ল।

"আপোনালোক কিজানি খুব বাতিপুৱাই আহিব লগা হৈছে?" বুলুৱে সুধিলে।

"হয়। বাতিপুৱা সাতটা বজাতে বাচত উঠিছো।

"তোকত চাগে বৰ কষ্ট পালে নহয়?"

"কষ্ট আমাৰ চিৰ লগৰীয়া।" অনিমাই ক'লে।

চকি ছখন অনিমাইঁতলৈ আগবঢ়াই দি বুলু ভিতৰ সোমাই গৈ ছকাপ চাহ আৰু লুচি কেইখনমান লৈ আহিল অলপ গুৰেৰে।

"আজিকালি চেনি পোৱা বৰ টান। চাহ হ'লে গুৰেৰেহে দিছো দেই। বেয়া নাপাব।"

"আমি গুৰহে বেছি ভাল পাওঁ।" অৰুণাই ক'লে।

অৰুণাইঁতে চাহ খাই থাকোতেই খদ্দৰ ধুতি-পাঞ্জাবী পিন্ধা এজন ডেকা সোমাই আহি কাষেদিয়ে পাৰ হৈ যাওঁতে বুলুৱে সুধিলে—

"ককাইদেউ আহিলা?"

"ও আহিলোঁ" বুলিয়েই ডেকাজন ভিতৰ সোমাই বুলুক মাতিনি আলহীৰ পৰিচয় বিচাৰিলে। বুলুৱেও তেজপুৰৰপৰা অহা কথা-যাৰৰ বাহিৰে আন একো পৰিচয় দিব নোৱাৰি ওলাই আহি আকৌ আলহীৰ ওচৰত বহিল।

দিনটো পাৰ হৈ গ'ল। তাৰ মাজতেই অৰুণা আৰু অনিমাৰ লগত বুলুৰ ককায়েকৰ ভালকৈয়ে চিনা-পৰিচয় হ'ল। সেইকাৰণে চাৰিও খাই-বই-উঠি ওচৰৰ সৰু গাঁওখনলৈ যাত্ৰা কৰিলে। গাঁৱলীয়া বোকা-পানীৰে ভৰা বাস্তাটোৱে দি গৈ তেওঁলোক সৰু গাঁওখন পালেগৈ। গাঁৱৰ জৰাজীৰ্ণ অৱস্থাৰ নামঘৰটোতে বহি তেওঁলোকে ওচৰৰ মানুহবোৰলৈ খবৰ পঠালে। খবৰ পোৱা মাত্ৰকে গাঁৱৰ প্ৰায়বোৰ মানুহেই আহি তাত উপস্থিত হ'ল। বুলুৰ ককায়েকে গাঁৱৰ মানুহবোৰৰ লগত অৰুণাইঁতক চিনাকি কৰি দিলে। বৰ্ত্তমান সমাজৰ চলিত অৱস্থা, ধনীয়াৰ ওপৰত উৎপীড়ন, গৱৰ্ণমেণ্টৰ চক্ৰান্তৰ দ্বাৰা অসমীয়াৰ মুখৰ ভাত কৈমনচিণ্ডিয়াই কাঢ়ি খোৱাকে আদি কৰি সৰিশেষ বাইজক অৰুণা আৰু অনিমাই বুজালে।

"আজি আপোনালোকৰ অৱস্থা হৈছে কুকুৰে কাঁইট খোৱা।

চাৰিওফালৰপৰা নানা বেমাৰ আজাৰে আপোনালোকক বেৰি ধৰিছে। আপোনালোকৰ পৱিত্ৰ নামঘৰৰ এই অৱস্থা। ইমানবোৰ সৰু সৰু ল'ৰা-ছোৱালী আছে, অথচ পঢ়িবৰ কাৰণে এখন পাঠশালা স্কুল নাই। পুৱা-গধূলি খন্তেক বহি কিতাপ এখন চাবৰ কাৰণে, কাগজ এখন চাবৰ কাৰণে অকণমান ঠাই নাই। সংসাৰত কি হৈছে ভূ নাপায়। কাপোৰৰ অভাৱত ফাটি চিটি ঘূগুলা ওলোৱা কাপোৰ পিন্ধিছে। মুঠতে আপোনালোক সংসাৰত থকাৰপৰা লাভ হোৱা দূৰৰ কথা, ক্ষতিহে হৈছে। ৰাইজসকল! আই সকল? আপোনালোক সদায়েই এইদৰে মৃতপ্ৰায় হৈ জীয়াই থাকিব নে? যদি সেয়ে ইচ্ছা হয় তেন্তে আপোনালোক জীয়াই থকাতকৈ এই সংসাৰৰপৰা বিদায় লোৱা শতগুণে শ্ৰেষ্ঠ হয়।" অনিমাই খুব দুখ মনেৰে কথাবিলাক কৈ যায়। "ৰাইজসকল! আপোনালোকে মোক কওক আপোনা-লোকে সংসাৰত মানুহৰদৰে থাকিবলৈ ইচ্ছা কৰে নে বনৰীয়া জন্তুৰ দৰে জীৱন কটাবলৈ ইচ্ছা কৰে!"

"নিশ্চয় মানুহৰদৰে থাকিম" কেইজনমান ডেকাই চিঞৰি উঠিল।

"খুব ভাল কথা" অনিমাই কথাষাৰ সোধাৰ পিছত অকণা থিয় হৈ কৈ উঠিল। অনিমা বহি পৰিল। আমি ইয়াত মাত্ৰ এসপ্তাহ থাকিম। এই কেইদিনৰ ভিতৰতে আপোনালোক সকলোৱে যত্ন কৰিব লাগিব আপোনালোকক সেৱা কৰাত আমাক সহায় কৰিবলৈ।" অকণাই কৈ যায়—"মই জানিব পাৰিছোঁ যে আপোনালোকৰ গাঁৱত বেমাৰৰ সংখ্যা খুব বেছি। তাৰ কাৰণ হৈছে খাবৰ কাৰণে ভাল খোৱা পানীৰ ব্যৱস্থা নাই। চাফ্-চিকুণ হৈ থাকিবৰ কাৰণে নিয়ম নাজানে। পিৰালিলৈকে গেবেকানীৰে ভৰা। তেনেস্থলত আপোনালোকৰ বেমাৰ নহৈ কাৰ হ'ব? প্ৰথমতে আপোনালোকে খোৱা পানীৰ সুবিধা কৰি ল'বলৈ, নিজৰ ঘৰ-দুৱাৰ নিজে চাফ্-চিকুণ কৰি ৰাখিবলৈ যত্নপৰ হওক।

তাৰপিছত আপোনালোকৰ মাজত আমি এটি নৈশ বিত্তালয় পাতি দিম। তাৰযোগে আপোনালোকৰ বুঢ়া-মেঠাবপৰা আৰম্ভ কৰি মাতকুটা ল'ৰা-ছোৱালীলৈকে সকলোৱে শিক্ষা ল'ব পাৰিব। আপোনালোকৰ সক সক ল'ৰা-ছোৱালীবোৰেই ভৱিষ্যতৰ উজ্জ্বল নক্ষত্ৰ। কিন্তু আপোনালোকে সেই নক্ষত্ৰ উজ্জ্বলাই তুলিব পৰা নাই। বাইজসকল! আজি আপোনালোকক আৰু আমনি নিদিওঁ। কালিলৈ বাতিপুৱা আপোনালোকৰ প্ৰতি ঘৰৰপৰাই একোজন মানুহে হাতত এখন দা আৰু কোৰ লৈ নামঘৰত উপস্থিত হ'ব। আমিও বাতিপুৱাই আহি এইখিনি পামহি। আশা কৰোঁ আমি আহি পোৱাৰ আগতে সকলোৱেই ইয়াত উপস্থিত থাকিব।"

সভা ভঙ্গ হ'ল। মানুহবোৰ ঘৰা-ঘৰি গ'ল। সন্ধ্যাৰ আগে আগে অৰুণাহঁত ঘৰলৈ উভতিল।

"মানুহবোৰৰ একাগ্ৰভাবে চালে কাম হ'ব যেন লাগে।" বাটত গৈ থাকোতে অনিমাই ক'লে।

"কাম নিশ্চয় হ'ব। খালি কৰাওঁতা আৰু উপদেশ দিওঁতা মানুহ লাগে। গাঁওখনৰ ডেকাবোৰ সঁচাকৈয়ে উত্তমী।"

"এখেত ইমান ওচৰতে থাকে যেতিয়া এখেতৰ দ্বাৰাই এই কামবোৰ হৈ উঠিব বুলি আমি আশা কৰোঁ। অনিমাই লগত যোৱা বুলুৰ ককায়েকক দেখুৱাই কয়।

"নিশ্চয় হ'ব।" অৰুণাই তাতে হয়ভৰ দিয়ে।

বাতিপুৱাই অহাৰ লগে লগেই চাহ-জলপান খাই অৰুণা, অনিমা আৰু বুলুৰ ককায়েক তিনিও আগদিনাৰ কথামতে নামঘৰত উপস্থিত হ'ল। তেওঁলোকে গৈ পাই দেখে যে হাতত দা-কোৰ লৈ প্ৰায় কুৰিজন মানুহ তেওঁলোকৰ কাৰণে আগ্ৰহেৰে বাট চাই আছে। তেওঁলোক গৈ পোৱা মাত্ৰকে সকলোৱে একেলগে নমস্কাৰ জনালে। "বন্দে মাতৰম্" ধ্বনিৰে তেওঁলোকে স্থানীয় পুৰণি চৰকাৰী পানী খোৱা পুখুৰীটোৰ কাষে আগবাঢ়ি গ'ল। চাৰিওকালে দল-দোলাই

আদিৰে ঢাক খাই থকা পুখুৰীটোৰ পাৰবোৰ খহি গৈছে। ম'হবোৰে তাত ঘুলি লৈছে। তাৰপৰাই বাইজে পানী খায়।

"দেখিছে আপোনালোকৰ পুখুৰী?" অৰুণাই পুখুৰীটোৰ পাৰত থিয় হৈ ক'লে। "আপোনালোকে আজিৰ ভিতৰত ইয়াৰ সকলো দল-শেলাই তুলি শেষ কৰি চাৰিওকাষে জেওৰা দিব লাগিব। মানুহে পানী নিবৰ কাৰণে দলঙৰ ব্যৱস্থা কৰি দিব লাগিব। যক, আপোনালোক হাতে-কামে লাগি যক। বৈ নাথাকিব।" "বন্দে মাতৰম্" ধ্বনিৰে তেওঁলোক কামত লাগিল। চাওতে চাওতে পুখুৰীটো এফালৰপৰা মুকলি হৈ আহিবলৈ ধৰিলে।

অনিমাহঁত তাত থকা চাৰিদিনৰ ভিতৰত পানীখোৱা পুখুৰীটো ঠিক কৰা হ'ল, অহা-যোৱা কৰা আলিবাটটো বন্ধা হ'ল, নামঘৰৰ কাষতে এটা পাঠশালা স্কুল কৰিবৰ কাৰণে যো-জা কৰা হ'ল। নামঘৰতে নৈশ-বিদ্যালয়ৰ কাম আৰম্ভ কৰি বুলুৰ ককায়েকক শিক্ষকৰ ভাৰ দিয়া হ'ল। কাম-কাজ বিলাকত কোনো বাধা নোহোৱাকৈয়ে কৃতকাৰ্য হোৱাত অৰুণাহঁতৰ অন্তৰ আনন্দত নধৰা হ'ল।

দেওবাৰটো হাট-বজাৰৰ দিন। গতিকে সেইদিনা জিৰণি লোৱাহক বুলি ভাবি অৰুণাহঁত কলৈকো নোলাল। আবেলিপৰত অনিমাই অৰুণাৰ ওচৰলৈ আহি ক'লে—"অৰুণা আজি অৰুণমান ফুৰিবৰ কাৰণে যাওঁ ব'লা। আন গাঁও দুখনমান পৰিদৰ্শন কৰি আহিলে অন্তৰত এটা নতুন ভাব হ'ব।"

"মোৰ আজি গাটো সমূলি ভাল নাই" অৰুণাই ক'লে। "বাতিপুৱাৰেপৰা মূৰটো খুব কামুৰি আছে। জৰো উঠিব-নে কি ঠিক নাই। গতিকে বুলুহঁতক লগত লৈ তুমিয়ে যোৱা। মোৰ একান্ত ইচ্ছা থকা সত্বেও যাব নোৱাৰিলোঁ। বোকা-পানী গচকি দিলে অসুখ বেছি হোৱাৰহে সম্ভাৱনা।"

"তুমি নগ'লে মই হ'লে বুলুৰ মাককো লগত লৈ যাম।" অনিমাই ক'লে।

"যায় যদি নিয়া। বুলুৰ ভায়েকক কিন্তু থৈ যাবা। নহ'লে মোৰ অকলে অকলে ভূতটোৰ দৰে বহি থাকিবলৈ বেয়া লাগিব নহয়।"

"দাসক তোমাৰ ওচৰলৈ মাত্তি নানা কিয়?" দুষ্টামীৰ হাঁহি এটি মাৰি অনিমাই ক'লে।

"তেওঁ চাগে আজি কঠোৰ পিঞ্জৰাৰ মাজ আৰম্ভ। যিমান দয়ালু হোৱা হ'লে তেওঁ আজি মোক এনেদৰে ঘূৰি ফুৰিবলৈ এৰি নিদিয়ে।" অৰুণাৰ মুখখনি অলপ চিন্তিত হৈ উঠে। কথাৰ ধাৰ বেয়া কালে যোৱাৰ অনুমান কৰি অনিমাই ক'লে—"মুখটো অকণমান পিতিকি দিম নে?"

"ধন্যবাদ। কিন্তু আৱশ্যক নকৰে। তুমি জানো ফুৰিবলৈ নোযোৱা?"

"এই যাওঁ।"

অলপ পিছত অৰুণা, বুলুৰ ভায়েক আৰু বুঢ়া নেতৈআকৰ বাহিৰে সকলো ফুৰিবলৈ ওলাই গ'ল।

সময় লাহে লাহে পাৰ হৈ গ'ল। এখুমতি শোৱাৰ পিছত অৰুণাৰ গাটো অলপ ভাল যেন লাগিল। মুখ-হাত ধুই কাপোৰ-কানিবোৰ সলাই ল'লে। মুখটো ভালকৈ আচুৰি এনেয়ে ড্ৰেচিং টেবুলৰ ওচৰতে থকা চকিখনতে বহি ৰ'ল। তেওঁৰ মনলৈ আহিল দাসৰ কথা। অনিমাই কৈ যোৱা কথাষাৰ—"দাসক তোমাৰ ওচৰলৈ মাত্তি নানা কিয়?" কোনোবা কাহানিবে পুৰণা গান এটা হঠাৎ মনত পৰি যায় অৰুণাৰ। খুব কৰুণ সুৰৰ গানটি। কিয় জানো গানটো অৰুণাৰ খুব ভাল লাগে! অকলে অকলে থাকিলে সদায়ে তেওঁৰ সেই গানটি মনলৈ আহে। আজিও আহিল। খুব লাহে লাহে গাই গ'ল গানটো অৰুণাই। দু'চকুৰেদি বৈ অহা চকুপানীবোৰ দু'হাতেৰে মচি পেলালে।

"অৰুণা" মাতষাৰ দিয়াৰ লগে লগেই বুলুৰ ককায়েক কথষাৰ-

পৰা আহি অকণাৰ কোঠালৈ সোমাই আহিল। অকণাই চকীখনৰ-পৰা উঠি তেওঁক বহিবলৈ এৰি দিলে।

অ' মুহূ অকণাই বুলুৰ ভায়েকক মাত দিলে।

"সি কেনিবা গৈছে ; মই পঠাইছোঁ।" বুলুৰ ককায়েকে ক'লে।

কিবা এটা অজান আশঙ্কাত অকণাৰ বুকুখন কঁপি উঠিল।

"আপুনি ক'ৰবালৈ গৈছিল নহয়। আজিতো ঘূৰি নহাবে কথা আছিল।" অকণাই সুধিলে।

"এৰা তোমাক এৰি আঁতৰত থাকিবলৈকে দেখোন বেয়া লাগে।" বুলুৰ ককায়েকে কয়। অকণাই যেন কথাষাৰ সুবুজিলে।

"ৰ'ব মই এটোপা চাহ কৰি আনো। অনিমাহঁত আটাইবোৰ কেনিবা ফুৰিবলৈ গৈছে।" অকণা যাবলৈ উদ্যত হ'ল।

"নাই নালাগে। তুমি বহি থাকা।" বুলুৰ ককায়েকে ক'লে।

"দেউতাই চাহ খাই নে কি, মই এটোপা দি আহোঁ।" আঁতৰি যাবৰ সুবিধা বিচাৰি অকণাই কয়।

"দেউতাৰ এতিয়া চাহ খোৱাৰ অভ্যাস নাই। বহাচোন। কলৈনো যোৱা ?" বুলুৰ ককায়েকে আকৌ ক'লে।

এইবাৰ অকণাৰ বুকুখন বেছি জোৰত কঁপিবলৈ ধৰিলে। বৰুৱা থিয় হ'ল। এনেয়ে খিৰিকীখনৰ ওচৰলৈ গৈ থু অকণ পেলালে।

"অকণা" খুব কঁপা কঁপা মাতেৰে বৰুৱাই মাতিলে। অকণাৰ যেন আকাশে জীৱ গ'ল। "কওক" অলপ ডাঙৰকৈ অকণাই ক'লে।

"তোমাক কথা এটা ক'ব খোঁজো।" খুব ভয়েৰে বৰুৱাই কয়।

"আপুনিতো মোৰ লগত সদাই কথা পাতিয়েই আছে। আজি আকৌ কথা এটা কবৰ কাৰণে ইমান আড়ম্বৰ কিয় ?"

"তুমি কিজানি বেয়া পোৱা !" বৰুৱাই ক'লে।

"বেয়া পাবলগীয়া কথা হ'লে কিয় বেয়া নাপাম ?" অলপ স্থিৰ-ভাৱেই অকণাই ক'লে।

"মোৰ মনে বেয়া পাবলগীয়া বুলি নকয়।"

"তেন্তে কওক।"

"মই তোমাক ভাল পাওঁ।" বকুৱাই আকৌ উত্তেজনাৰে কঁপি কঁপি ক'লে।

"তাৰ মানে?"

"তাৰ মানে তোমাক মই নিজৰ কৰি লবৰ ইচ্ছা কৰোঁ।"

"কোনখন মুখেৰে আপুনি সেইষাৰ কথা কৈছে বকুৱা?"

"তুমি কথা অলপ চতুৰালি কোৱা উচিত আছিল অৰুণা।"

"আপোনাৰ যি ধৰণৰ কথা, ঠিক মোৰো। আপুনিও চতুৰালি কথা কোৱা উচিত আছিল।"

"তুমি তেন্তে সন্মত নিদিয়া?"

"সেইটো আপোনাৰ অযুক্তিকৰ প্ৰশ্ন হৈছে।"

"তাৰ মানে?"

"তাৰ মানে আপোনাৰ মগজৰ বিকৃতি ঘটিছে।"

"কি কৈছা?"

"ঠিকেই কৈছোঁ। আপোনাৰ মগজৰ দোষ হৈছে। ইয়ালৈকে খদ্দৰৰ কাপোৰ পিন্ধি ভলন্টিয়াৰ হৈ দেশ উদ্ধাৰ কৰিবৰ কাৰণে আগ বাঢ়িছে?"

"চুপ! মই যদি এতিয়া বল প্ৰয়োগ কৰোঁ?"

"ভগৱানে ৰক্ষা কৰিব।"

"মাত ক'ত তোৰ ভগৱান" বুলি বকুৱাই অৰুণাৰ হাতত ধৰি বুকুলৈ টানি আনিবলৈ জোৰ কৰে, অৰুণাই যিমান পাৰে নিজক বচাবৰ যত্ন কৰে। এনেতে বাহিৰত মৰা অনিমাৰ হাঁহি বকুৱাৰ কাণত পৰিল।

"বাক তোক দেখিম" বুলি বকুৱা বাহিৰ ওলাই যায়। অৰুণাৰ গোটেই গাটো ঠক্ ঠক্ কৰে কঁপিবলৈ ধৰে। উপায় নাপাই বিছনাত শুই পৰে। গাত এনেই কাপোৰখন লৈ চোঁপনি ভাও ধৰি শুই থাকে। অনিমা আৰু বুলু পোনেই ভিতৰ সোমাই আহিল।

"বাইদেউ, বাইদেউ" বুলুৱে মাতিলে। অৰুণাই তাইৰ মাতটো শুনিও নামাতিলে। টোপনি অহাৰ দৰেই পৰি থাকিল।

"ম'বা নামাতিবা।" অনিমাই বুলুক ক'লে। বুলু আঁতৰ হ'ল। অনিমাই অৰুণাৰ কপালত হাত দি দেখে জ্বৰ নাই ; কিন্তু অৰুণাৰ গাটো যেন কঁপিছে।

"বুলু অলপ পানী আনা। এওঁৰ কঁপনি জ্বৰ উঠিব বোধ হয়। গাটো কঁপিছে। অৰুণা, অৰুণা" অনিমাই আকৌ মাতিলে। অৰুণাই চকু মেলিলে। হো হো কৈ ওলাই অহা চকুপানীবোৰ অনিমাৰ চকুত পৰিল।

"তুমি মোক বেয়া পালা, এৰি থৈ যোৱাৰ কাৰণে? মইতো তোমাৰ জ্বৰ উঠিব বুলি জনা নাছিলোঁ। অৰুণা মোৰে শপত নাকান্দিবা।" অনিমাই অৰুণাক সান্ত্বনা দিয়ে।

অৰুণাই একো নামাতে। কঁপা কঁপা হাতেৰে অনিমাৰ হাতটো নিজৰ বুকুত থয়। বুলুৱে পানী লৈ আহি সোধে—"বাইদেউ জ্বৰ উঠিলে?"

"নাই উঠা।"

ঘটনাটো কোনেও আয়ত্ত কৰিব নোৱাৰে। বুলুৱে এটোপা চাহ কৰি আনিবৰ কাৰণে ভিতৰলৈ যায়।

"অনিমা" অৰুণাই মাতিলে। "আমাৰ বিপদ উপস্থিত হৈছে। কালিলৈ আমি ইয়াৰপৰা তেজপুৰলৈ যাওঁগৈ। দেশ সেৱাত মোৰ আৰু মন নবহা হৈছে।"

"কি বিপদ হৈছে অৰুণা? তুমি পাগল হৈছানেকি? কোৱা কি হৈছে।"

"বুলুৰ ককায়েকৰ হাতৰপৰা কথমপি সন্মান ৰক্ষা কৰিছোঁ। ইমানতে তোমালোক আহি নোপোৱা হ'লে মোৰ সকলো কিজানি ছাইত পৰিণত হ'লহেঁতেন।"

"কি কৈছা?" আচৰিত হৈ অনিমাই সুধিলে।

"বেছিকৈ কৰৰ দৰকাৰ নাই।" অৰুণাই ক'লে। "মই মোৰ বেমাৰৰ বাবে কাণ নকৰি তোমালোকৰ লগত গুচি যোৱা হ'লেই বোলো হয় ভাল আছিল।"

"ঈশ্বৰে যি কৰে ভালেই কৰে। কিজানি আৰু বেছি বিপদ হ'ব লগা আছিল।"

পিছদিনা ৰাতিপুৱা সোনকালে উঠি অৰুণা অনিমা দুয়ো গাঁও-খনত উপস্থিত হৈ সকলোকে ভালকৈ থাকিবৰ কাৰণে উপদেশ দি বিদায় লৈ গুচি আহিল। ভাত দুটামান খাই তেওঁলোক আকৌ বাহত উঠিল। অৰুণাই একেবাৰে তেজপুৰলৈকে যাব খুজিছিল; কিন্তু অনিমাই বিহপুৰত দুদিনমান কটাই যাবৰ ইচ্ছা কৰাত ভয়ে ভয়ে মান্তি হ'ল। সেইদিনা তেওঁলোক গৈ বিহপুৰত আশ্ৰয় গ্ৰহণ কৰিলে।

## ॥ সোতৰ ॥

মিকিৰ পাহাৰৰপৰা আহি মিঃ দাসে ক'লৈ যাব একো ঠিক কৰিব নোৱাৰা হ'ল। যেনিয়ে-তেনিয়ে তেওঁৰ চকুৱে বিপদকেহে দেখিবলৈ ধৰিলে। উপায় নাপাই তেওঁ ব্ৰহ্মপুত্ৰৰ সিপাৰ হ'বলৈকে যত্ন কৰিলে। সেইকালেদি অহা লৰি মটৰ এখনত উঠি নেপালী এটাৰ দৰেই তেওঁ ধনশিৰিৰ মুখত উপস্থিত হ'লগৈ। তেওঁ গৈ পাবলৈ মানে ফেৰি গ'লগৈয়ে। পাৰ হ'বৰ উপায় নাপাই দাস বিবুদ্ধি হ'ল। চোৰাংচোৱাৰ খিচ্‌খিচনিত তেওঁ সিহঁতৰ আগৰপৰা সাৰিব পৰাটো টান যেন পালে। অতি লৰালৰিকৈ সিপাৰ হ'বৰ উপায় বিচাৰি তেওঁ এটা মাজিৰ ওচৰলৈ গৈ ক'লে—

"বন্ধু মোক সিপাৰ কৰি দিয়া।"

"বিশ টকা কপ দিয়া, লৈ যাম।" মাজিটোৱে ক'লে।

দাসে দাম কমাবৰ যত্ন কৰি তাৰ লগত নানা কথা পাতিলে। তথাপি দৰ নকমিল। আন উপাই নাপাই দাসে যোৰহাটলৈ বুলি খোজ ল'লে। অসংখ্য মিলিটেৰিৰ মটৰবোৰ অহা-যোৱা কৰিছে। তাৰেই এখনত উঠি ল'ব পাৰিলে বেগেতে যোৰহাট পোৱাৰ আশা কৰি হাত দাঙিলে। মটৰখন ৰ'ল। "কাহা যায়েগা" ড্ৰাইভাৰটোৱে সুধিলে।

"যোৰহাট।" দাসে ক'লে।

"উঠও জলদি" ড্ৰাইভাৰটোৰ লগতে আগচিটতে দাস বহি পৰিল। ঘণ্টাত পঞ্চাচ মাইল বেগেৰে অহা গাড়ীখনৰ আগত হঠাৎ এটা মানুহ পৰি গ'ল। ড্ৰাইভাৰে ব্ৰেক্ টিপিলে। গাড়ী লুটি খাই পৰিল। ড্ৰাইভাৰটো আৰু দাস সংজ্ঞাহীন হৈ পৰিল। বহুত দেৰিৰ পিছত চেতনা পাই দাসে দেখে যে এটা হস্পিতেলত তেওঁ শুই আছে। তেওঁৰ আকাশে জীৱ গ'ল। ক'ৰবাত ধৰা পৰিব লাগিলে বিপদ। কাপোৰৰ ওপৰতেই পিতিকি পিস্তলটো আছে নে নাই চালে। সুন্দৰকৈ কঁকালত বান্ধি থোৱা পিস্তল আৰু গুলি তেতিয়াও কঁকালতেই আছে।

ৰাতি আন্ধাৰ হ'ল। নাৰ্চবোৰ নিজৰ কামত লাগিল। দাসে ভাবিলে এই সুযোগতে জীৱনৰ সামৰণি পেলাওঁ। খুব লাহে লাহে পিস্তলটো উলিয়াই গুলি খাজিলে। বিছনাখনৰ ওপৰত বহি নিজৰ-কালে টোৱাই ৰ'ল।

"মোৰ মৃত্যু হোৱাটো উচিত নহয়।" দাসৰ অন্তৰত খেলালে। আকৌ পলাওঁ। খুব লাহে লাহে তেওঁ শোৱা পাটিৰপৰা উঠিল। হাতটো দি চালে মূৰত বান্ধ, আঠুৰ ওপৰত বান্ধ। লাহে লাহে তেওঁ বান্ধবোৰ খুলি পেলালে। খুউব সন্তৰ্পনে হস্পিতেলৰ চাকিৰ পোহৰৰপৰা আঁতৰ হৈ অচিন বাটত খোজ দিলে। নানা ঠাইত উজুটি খাই নখ চিগি গ'ল। সেইদৰে তেওঁ প্ৰায় দুমাইল বাট

অতিক্ৰম কৰিলে। মুৰটো আচম্ভাই কৰা যেন লাগিল। শৰীৰটোও যেন সৰি পৰিব। থলংপলংকৈয়ে মিঃ দাস আৰু এম্বাইল আগ-বাঢ়ি গ'ল। আৰু খোজ দিব নোৱাৰি এজোপা গছৰ তলত তেওঁ বহি পৰিল।

বাঘৰ গোজৰণি শুনি দাসৰ অন্তৰ ঢুক ঢুককৈ কঁপি উঠিল। গছজোপাত কেইবাবাৰো উঠিবলৈ চেষ্টা কৰিলে; কিন্তু থিয় হবলৈও যেন তেওঁৰ গাত শক্তি নাই। জীৱনৰ মমতা ত্যাগ কৰি গছজোপাৰ তলতেই দাস বহি ৰ'ল।

প্ৰায় এশ গজ আঁতৰত দুটা উজ্জল চকুত দাসৰ চকু পৰিল। নিশ্চয় বাঘ। তেওঁ ভাবিলে। কোনো সাৰ-স্থুৰ নোহোৱাকৈ তেওঁ চাই থাকিল। লাহে লাহে বাঘটো আগবাঢ়ি আহিল। তেওঁ থিয় হৈ লাহেকৈ গছজোপাৰ আঁৰ ললে। প্ৰায় কুৰি গজ থাকোতেই পাঁচজাই গুলি দাসে এৰি দিলে। বাঘে ভয় খাই জাপমাৰি হাবিত সোমাল। দাসৰ গাটো ঠক্ ঠক্ কৰি কঁপিবলৈ ধৰিলে। সেইবাবলৈ জীৱন ৰক্ষা হোৱা বাবে তেওঁ ঈশ্বৰক ধন্যবাদ জনালে।

লাহে লাহে ৰাতিপুৱাল। ৰাতিপুৱা কিছু দূৰৈত দেখিলে বগা কিবা এটা। নৈ নে কি! তেওঁ মনতে ভাবিলে। ব্ৰহ্মপুত্ৰ। আনন্দত তেওঁ অধীৰ হৈ উঠিল। জাহাজ ঘাট। লাহে লাহে তেওঁ আগ-বাঢ়িল। "এইটো কি ঘাট?" এজন বাটৰুৱাক তেওঁ প্ৰশ্ন কৰিলে।

"নিমাতি" কোনোবা এজনে পাতি যোৱা কথাৰ মাজতে দাসৰ কথাষাৰৰ উত্তৰ দিলে।

কেৰিথনত মানুহবোৰ উঠা-নমা কৰিছে। বহল ব্ৰহ্মপুত্ৰৰ বুকুৰ পৰা বলা বতাহজাকে তেওঁৰ অন্তৰখন জুৰ পেলাই গ'ল। মুখখন ধুই কেই আজলীমান পানী খাই কাষতে থকা হোটেল এখনলৈ তেওঁ সোমাই গ'ল। বাৰ অনা পইচা খৰছ কৰি একাপ চাহ আৰু এটা কটি কিনি আনিলে। ব্ৰহ্মপুত্ৰৰ বালিত বহি খাওঁতে দাসে ভাবিলে, এই খোৱাতোত যেন বেলেগ তৃপ্তি আছে।

বেলি উঠি আহিল। দূৰৈত বৈ তেওঁ মানুহবোৰৰ গতিবিধি লক্ষ্য কৰিবলৈ ধৰিলে। জগত কামত ব্যস্ত। তেওঁ দেখিলে কামত ব্যস্ত হৈ থকা মানুহবোৰৰ কোনেও তেওঁলৈ কটাক্ষপাত কৰা নাই। দীঘল উকি এটা মাৰি পানীবোৰ ফালি ফালি জাহাজ এখন উজাই আহিল আৰু এটা দীঘল উকি মাৰি ফেৰিখন লাহে লাহে পাৰৰ পৰা আঁতৰি গ'ল। বহুত পৰলৈকে তেওঁ ফেৰিখন চাই থাকিল।

তেওঁৰপৰা অলপ আঁতৰত এখন নাৱত সিপাৰৰপৰা অহা মানুহ নামিছে। ঘাটৈ কেইটাই চিঞৰিছে "কোন যাবা আহি যোৱা। যাব এতিয়া, যাব এতিয়া।"

দাসে আগবাঢ়ি আহি সুধিলে—"ক'লৈ যাব ?"

"আউনি আটি" নাৱৰীয়াটোৱে কলে।

মাজুলীত কিবা সুবিধা হব ভাবি দাস নাওখনত উঠিল। তেওঁৰ লগতে আৰু কেইটামান মানুহ আহি নাৱত উঠিল।

"ঐ দাজু কলৈ যাব ?" তাৰে এটাই সুধিলে।

"মাজুলী যাব।" দাসে এটা নেপালীৰ দৰে উত্তৰ দিলে।

"তাতে পাল আছে নে কি তোমাৰ ?" আন এটা মানুহ সুধিলে। "কি ম'হৰ পাল নে গৰুৰ পাল ?"

"দুই বিধ আছে।" দাসে কলে।

"গাখীৰ কিমান খিবোৱা ?" এটাই আকৌ সুধিলে।

"দুই মোন মান হয়।"

"নেপালীৰ কোৰ চোৱা। আমাৰ অসমীয়া কেইটাই কিমান গাখীৰ খিবাই। সৰু নাওখন ব্ৰহ্মপুত্ৰৰ মাজ পালে। কোবাল ব্ৰহ্মপুত্ৰৰ আচল সোঁতটো পাৰ হৈ গ'ল। সিটো পাৰত নাও বোৱাত সকলো মানুহ নামি গ'ল।

"দাজু কেনি যাবা আহা। একেলগে যাওঁ। এজনে লগ ধৰিলে।

"আপোনালোক যক। মোৰ আৰু এটা মানুহ আহিব, বৈছো।"

মানুহবোৰ গুচি গ'ল। দাসে উপাই বিচাৰিলে। জীৱনৰ

কেইটামান দিন কটোৱাব উপায়। জনহীন চাপৰিটোত দাস বৈ থাকিল বহুত পৰ।

হুপবীয়াটো লাহে লাহে পাব হ'ল। দাসে এটি সৰু লুঙলুঙীয়া বাট ধৰি যাবলৈ ধৰিলে। নাজানে সেই বাটটোব শেষ কোনখিনিত। তথাপি তাবে সন্ধানত কিবাকিবিবোৰ ভাবি দাস আগবাঢ়িল। সকডাঙৰ অসংখ্য বগৰী গছবোৰ, উলুবনি হাবিবোৰ, মাজে মাজে ঝাউবনৰ নিচিনা গছবোৰ অতিক্রম কবি দাস আগুৱাই গ'ল। মেতুৰা-মেতুৰি বাটটোৰেদি দাস আগুৱাই কিমান দূৰ গ'ল তেওঁ নিজেই কব নোৱাৰে। এখন সৰু হাবি পাব হোৱাব পিছত দাসে দেখিলে দীঘল দীঘল চাংঘবহবোৰ। তাক লক্ষ্য কৰিয়েই তেওঁ আগুৱাই গ'ল। কেইবাটাও ঘৰ পাব হ'ল। সুন্দৰ সুন্দৰ মিৰি ছোৱালীবোৰে উভালত ধানবনা চাই দাসৰ ভাল লাগিল। খন্তেক পৰ বৈ তেওঁ একান্ত মনেৰে ধানবনা চালে। ছোৱালীকেইজনীয়ে সিহঁতৰ দোৱানেৰে কেইটামান কথা কৈ হাঁহিলে। দাসে অলপ লাজ যেন অনুমান কৰিলে। তেওঁ আকৌ যাবলৈ ধৰিলে। ইমান সুন্দৰকৈ তাঁত বব জানে মিৰিয়নী ছোৱালীবোৰে। সিহঁতৰ মাকোৰ খট্‌ খট্‌ শব্দই তেওঁৰ কাণত মৌ বৰষিলে।

সন্ধ্যা লাগিল। বাতি কৈ থাকিবলৈ অলপ ভয় লগাত দাস এঘৰ মিৰিৰ ঘৰত সোমাল। মিৰিটোৱে প্রথমে তেওঁক নেপালী বুলিয়েই ভাবিছিল; কিন্তু অলপ কথা-বার্তা পতাৰ পিছতেই দাস অসমীয়া মানুহ বুলি তেওঁৰ ধাৰণা হ'ল। মিৰিটোৱে খুউব সুন্দৰ ভাবে তাত থাকিবৰ ব্যৱস্থা কৰি দিলে। গধূলি খাই-বৈ উঠি মিৰিটোৱে দাসৰ লগত কথা আৰম্ভ কৰি সুধিলে—

"ভাৱৈ তই যদিওবা নেপালী সাজ পিন্ধিছ, তথাপি তোক হ'লে অসমীয়া মানুহ যেনহে লাগিছে। তোৰনো বাক ঘৰ ক'ত কচোন।"

"মোৰ ঘৰ তুমি চিনি নোপোৱা। ইয়াৰপৰা মোৰ ঘৰলৈ এশ মাইলবো ওপৰ।" দাসে ক'লে।

"উজাই নে বাৰু ভটিয়াই ?"

"ভটিয়াই ।"

"আও ! তইনো আকৌ কেনেকৈ ইমান কষ্ট কৰি আহিলি ? যাবিনো কলৈ কচোন । তোৰ লগত মোৰ কথা হোৱাই নাই নহয় ।"

"মোৰ খুউব সৰুতে আই-বোপাই মৰিল" দাসে ক'লে । আমাৰ ঘৰৰ ওচৰতে এটা নেপালী আছিল, সিয়েই মোক তুলি-তালি ডাঙৰ কৰি ললে । সিদিনা অলপতে নেপালীটোও মৰি থাকিল । মোৰ থাকিবলৈকে ঠাই নাইকিয়া হ'ল । এতিয়া আৰু বাকী-কেইটা দিন হালোৱা-চালোৱা সোমাই কটাও বুলি ঘুৰি ফুৰিছোঁ ।"

"তই জানো হাল বাব জান ?"

"বোৱা নাই, শিকিলে পাৰিম নহয় ।"

"বুজিছ, তই যদি আমি মিৰি মানুহ বুলি ঘিণ নকৰ তেনেহলে মোৰ গৰুবোৰকে চৰাই থাকিবি আৰু, হালচাল বাব নালাগে ।

"মই বাৰু কেইদিনমান থাকি চাওঁ । যদি কাম কৰি ভাল পাওঁ, থাকিম । নহলে গুচি যাম । বেয়া নাপাব ।"

"কেতিয়াও নাপাওঁ ।" মিৰিটোৱে ক'লে ।

মিৰিটোৰ চাৰি-পাঁচটা ল'ৰা-ছোৱালীৰ লগত মিঃ দাসেও মিলি জুলি থাকি কেইটামান দিন কটাবৰ যত্ন কৰিলে । মিৰিটোৱেও দাসৰ সুন্দৰ চেহেৰাটো দেখি তেওঁক খুউব আদৰত ৰাখিবৰ যত্ন কৰিলে । লাহে লাহে কেইটামান দিন বাগৰি পৰিল সময়ৰ বুকুৰপৰা ।

## ॥ ওঠৰ ॥

বিমলে ফকিৰৰ ভাও ধৰিয়েই অনিমাহঁতৰ লগতে পাৰ হৈ তেজপুৰৰ গণেশঘাটত নামি অকণাহঁতৰপৰা বিদায় লৈ লাহে লাহে

তাৰপৰা আঁতৰ হ'ল। অকণাইতে তেওঁক লগ পাবৰ কাৰণে এখন ঠাইৰ কথা কৈছিল। অকণাইত তেজপুৰ পোৱাৰ ৪।৫ দিন মানৰ পিছত বিমলৰ কথামতে সেই ঠাইত উপস্থিত হ'লগৈ। কিন্তু সময়মতে গৈ নোপোৱাত লগ নাপালে। কেইবাদিনো ধৰি বিমলক লগ কৰিব নোৱাৰাত তেওঁলোকে বিমলৰ আশা ত্যাগ কৰি নিজৰ কামেকাজে লাগি গ'ল।

তেজপুৰ নগৰত কেইদিনমান থাকি বিমলে বুজিব পাৰিলে যে তেওঁ তাত থকাটো বৰ সুবিধাজনক নহব। তথাপিতো অন্যঠাইত থাকিবলৈ ঠাই বিচাৰি নাপাই তেজপুৰৰপৰা ডেৰমাইলমান আঁতৰৰ এখন গাঁৱৰ এজোপা বৰগছৰ তলতে বিমলে আচল ফকিৰৰ দৰে থাকিবলৈ ললে। তেওঁৰ গাত জ্যোতিষৰ একেবা গুণ আছিল। তাৰ বলতেই কেইজনমান মানুহৰ দশা গণিপিতি কোৱা কথা কেইবাৰ সত্যত পৰিণত হোৱাত তেওঁক সকলো মানুহে মান কৰিবলৈ ধৰিলে। যেয়েসেয়ে বাবাজীৰ কাৰণে হাতত নানা ফলমূলকে আদি কৰি যিহকে পাই তাকেই আনি বাবাজীৰ আগত দিবলৈ ধৰিলে। গতিকে বাবাজীয়ে ক'তো মাগিবলৈ নোযোৱাকৈ নিজৰ যোজগাৰটো ঘৰতে পাই থকা হ'ল। এই দৰেই কিছুদিন যোৱাৰ পিছত এদিন আৰু এজন ফকিৰ গৈ তেওঁৰ ওচৰত উপস্থিত হৈ ক'লে "বাবাজী নমস্কাৰ।"

"নমস্কাৰ।" বিমল ফকিৰে গহীনাই প্ৰতিনমস্কাৰ জনালে।

"বাবাজী মই কথা এষাৰ জনাব খোঁজো।" নতুন ফকিৰে ক'লে।

"জনাব পাৰে।"

"ময়ো এজন ফকিৰ; কিন্তু থাকিবৰ কাৰণে আশ্ৰয় নাই। আমি দুয়ো একে ঈশ্বৰৰ সন্ততি আৰু তেওঁৰ নামতেই এই ফকিৰ হৈ জীৱন কটাবলৈ আগবাঢ়িছোঁ। যদি দয়া কৰি বাবাজীয়ে হুকুম দিয়ে, তেনেহলে ময়ো এখেতৰ লগতে লা-ধু কৰি সময় কটাব পাৰোঁ।"

বিমলে ফকিৰজনৰ কথা শুনি দীঘলীয়া নিশ্বাস পেলাই কিবা ভাবিলে।

"আপোনাৰ ঘৰ ক'ত?" বিমলে ফকিৰক সুধিলে।

"মোৰ ঘৰনো ক'ত আছে বুলি কম! ঘৰ থকা হ'লে এইদৰে সন্ন্যাস ধৰ্ম ধৰি জীৱন নিৰ্বাহ কৰিবলৈ আগবাঢ়ি নাহিলোহেঁতেন।"

এনেতে কেইজনমান বুঢ়া গাঁৱলীয়া মানুহে কিবাকিবি ফলাহাৰ অলপ লৈ বিমল ফকিৰৰ ওচৰতে থৈ তেওঁক নমস্কাৰ জনাই সুধিলে—

"বাবাজী এইজন বাবাজীনো ক'ৰপৰা আহিছে?"

"তেওঁ মোৰ নিচিনা ঘৰ-বাৰী হীন, মোৰ দৰেই তেওঁ জীৱন নিৰ্বাহ কৰিছে। তেওঁৰ বোলে আশ্ৰয় নাই। গতিকে মোৰ লগতে থাকিবলৈ আহিছে। কথাটো বাৰু আপোনালৈকে কেনে দেখে?" বিমলে মানুহকেইজনক সুধিলে।

"বাবাজী, এইজনো অসমীয়া নে?" মানুহ কেইজনে ক'লে।

"ও, ময়ো অসমীয়া। মই কায়স্থ আছিলোঁ।" নতুন ফকিৰে ক'লে।

বিমলে অলপ সময় আকৌ কিবাকিবি ভাবিলে। তাৰপিছত ক'লে—"অনাশ্ৰয়ক আশ্ৰয় দিব পাৰিলে ভালেই। বাৰু আপুনি মোৰ লগতে থক। মোৰ নিয়ম-সংযম ধৰ কঠোৰ, সেইমতে চলিব পাৰিব লাগিব।"

"একেই বাবাজী যেতিয়া নিশ্চয় পাৰিম।" নতুন ফকীৰজনে ক'লে।

গাঁৱৰপৰা অহা মানুহকেইজনে বাবাজীক কেইটামান প্ৰশ্ন কৰিলে। বিমল বাবাজীয়েও তাৰ যথাযথ উত্তৰ দি গ'ল। তেওঁ-লোকৰ কাৰ্যসিদ্ধি হোৱাত বাবাজীৰ প্ৰতি নমস্কাৰ জনাই তেওঁলোক গুচি গ'ল।

এদিন-দুদিন কৰি আৰু এটা মাহ বছৰৰ বুকুৰপৰা খহি পৰিল।

তাৰ ভিতৰত বিমল আৰু নতুন ফকিৰৰ মাজত ভাল বন্ধুত্ব গঢ়ি উঠিল।

দুপৰীয়া। বাবাজীৰ ওচৰলৈ কোনো মানুহ অহা নাছিল। দুইজন ফকিৰৰ ভিতৰত নানা ধৰ্মৰ কথা আলোচনা হৈ থাকোঁতে নতুন ফকিৰজনে ক'লে—"বাবাজী মানুহ নিয়মমতে বিলাসী, কামুক, সুখপ্ৰিয়। কিন্তু তাৰ ভিতৰতে কিছুমানে সেই সকলোবোৰ ত্যাগ কৰি সন্ন্যাস ধৰ্ম গ্ৰহণ কৰি ভগৱানৰ সহায় বিচাৰে, তাৰ কাৰণ কি বাৰু?"

বিমল ফকিৰে উত্তৰ দিলে—"সকলো ধানৰ কন যেনেকৈ একে নহয়, ঠিক সেইদৰেই সকলো মানুহৰ মনবোৰো একে নহয়। মানুহৰ আত্মা একেজন পৰমেশ্বৰৰ সৃষ্টি হ'লেও তেওঁলোকৰ ভাব বেলেগ বেলেগ আৰু ঈশ্বৰকো লগ পাই বেলেগ বেলেগ ভাৱেৰে। নাৰদে ভগৱানক পাইছিল, বীণখনি হাতত লৈ ঢেঁকীটোৰ ওপৰত উঠি ফুৰিয়েই। বাল্মিকীয়ে পাইছিল, হেজাৰ হেজাৰ বছৰ তপস্যাৰ শেষত যেতিয়া তেওঁৰ শৰীৰত উঁই হাফলু বান্ধিছিল আৰু চকচোন কৃষ্ণক অৰ্জুনে পাইছিল ঘৰত থাকিয়েই অৰ্থাৎ সকলো মানুহে একে দৰে পূজা কৰি ভগৱানক পাব নোৱাৰে। যি যি উপায়েৰে ভগৱানক একান্তমনেৰে সেৱা কৰিব পাৰে তেওঁ সেই ৰূপেৰেই পৰমেশ্বৰক লাভ কৰে। সেই কাৰণেই বহুত সংসাৰী মানুহেও ঈশ্বৰক বিচাৰি সন্ন্যাস ধৰ্ম গ্ৰহণ কৰে।"

নতুন ফকিৰে ক'লে—"সংসাৰত থাকি থাকি যেতিয়া মানুহে যেতিয়া কোনো এক বিপদৰপৰা হাত সাৰিব নোৱাৰা হয় মোৰ মনে তেনেকুৱা অৱস্থাতো মানুহে সন্ন্যাস ধৰ্ম গ্ৰহণ কৰে। তাৰ উদাহৰণ এটা দিওঁ শুনক। মই প্ৰায় এবছৰৰ আগতে এজন ফকিৰৰ লগত প্ৰায় ছমাহ কাল কটাইছিলোঁ। মই ভাৱে-ভক্তিয়ে, কথা-বাৰ্তাই সেই ফকিৰজনক খুব ভাল পাইছিলোঁ আৰু অনেক ভক্তি কৰিছিলোঁ। তেওঁ মোক কৈছিল যে তেওঁৰ ঘৰ হেনো নদিয়াৰ ফালে কোনোবা এঠাইত। এদিন ৰাতি হেনো তেওঁ

সপোন দেখিলে যে তেওঁ হেনো ফকিৰ হৈ ঘৰৰপৰা ওলাই গ'ল। তাৰ পিছদিনাৰপৰাই তেওঁ সন্ন্যাসধৰ্ম গ্ৰহণ কৰিলে। মই তেওঁৰ কথাত বিশ্বাস কৰিলোঁ। এইদৰে আমি কিছুদিন কটালোঁ। এদিন দেখিলোঁ আমাৰ ওচৰলৈ আৰু এজন নতুন ফকিৰ আহিছে। তেওঁ আমাৰ আশ্ৰমত ঠাই বিচৰাত সেই ফকিৰজনে অনুমতি দিলে। তেওঁ আমাৰ লগত প্ৰায় তিনি মাহমান থকাৰ পিছত এদিন কথাই কথাই ওলাল যে নতুনকৈ অহা ফকিৰজনে হেনো চাৰিটা মানুহ কাটি পুলিচৰ হাতৰপৰা পলাই আছি সেইদৰে কাল কটাইছে আৰু পুলিচৰ হাতত ধৰা পৰে বুলি বৰ ভয় খাইছে। তেতিয়া সেই বাবাজীয়ে ক'লে—"তুমি ভয় নকৰিবা। চাৰিটা মানুহ কাটিহে তুমি এনেকৈ ফুৰিছোঁ, মই আঠোটা কাটি আজি সাত বছৰে এনেকৈ ফুৰিছোঁ।" এই কথা শুনি ইজন ফকিৰে সাহ পাই কেইদিনমান থাকিল। এনেতে কেইজনমান পুলিচ আহি এদিন আমাৰ মুৰব্বীজনক ধৰিলে, লগতে মোকো ধৰিলে। আমাৰ নতুন ফকিৰজন ততালিকে পুলিচৰ সাজ পিন্ধি হাকিম হৈ পৰিল। আমি অবাক। মই যেনিবা দোষী নহয় বাবে সাৰি আহিলোঁ।"

"কিছুমানে কৰে; কিন্তু সেইবুলি সকলোৱেই তেনে কৰিব নে?"

"কৰে যেন পাওঁ। এতিয়া ময়েই নিয়মমতে দোষী আছিলোঁ। এতিয়া কংগ্ৰেছৰ গণ্ডগোলত ময়েই ৰেললাইন খুলি দিছিলোঁ, বহুত ডাকঘৰ, ষ্টেচন আদি জুই লগাই পুৰি দিলোঁ। ভাগ্যে সিইঁতে মোক ধৰিব পৰা নাই। নহলে মোক নি ফাঁচী দিলেহেঁতেন।"

কেইবাটাও দিন পাৰ হৈ গ'ল। বিমলে মনে মনে নতুন ফকিৰে কোৱা কথাবোৰ ভাবিবলৈ ধৰিলে। তেওঁ এদিন আবেলি আকৌ সুধিলে—

"আপুনি কংগ্ৰেছৰ গণ্ডগোলত ক'ত ক'ত কি জগৰ লগালে?"

ইজন ফকিৰে কেইবাখনো ঠাইৰ নাম কৈ কিবাকিবি পোৱা, নষ্ট কৰা বুলি বিমলক ক'লে "মই এই বেশেৰে কবিৰলগাখিনি কৰি থাক

বুলি স্থিৰ কৰি ফকিৰৰ দৰে কাল কটাইছোঁ। আৰু কেতিয়া সুবিধা আহে তাৰ কাৰণে বাট চাই ৰৈ আছোঁ। প্ৰতিদিনে মই কাণ থিয় কৰি ৰৈ আছোঁ, কেতিয়া হুকুম আহে বুলি। কিন্তু মোৰ অন্তৰত এতিয়া ভয়ৰ সঞ্চাৰ হৈছে। এনেকুৱা লাগিছে, মই যেন সোনকালেই ধৰা পৰি যাম।"

"আপুনি মই দুয়ো একে কংগ্ৰেছী মানুহ। গতিকে আমাৰ ভয়ৰ কোনো আৱশ্যক নাই। আপুনি নিশ্চিন্ত হৈ বহি থক। মই নগৰলৈ মাজে মাজে গৈ আমাৰ বৰমূৱীয়া সকলক লগধৰি আমাৰ কৰ্তব্যৰ বিষয়ে সুধি আহিম।"

কেইটামান দিন পাৰ হৈ গ'ল।

নতুন ফকিৰে এদিন বাৰ্তা আনিবৰ কাৰণে নগৰলৈ যাত্ৰা কৰিলে। গধূলি তেওঁ ঘূৰি আহিল। তাৰ অলপ পৰ পিছতেই আহিল কেইজনমান চিপাহীসহ দাৰোগা। সোধপোচ নোহোৱাকৈ বিমলক হাত কেৰেয়া লগালে। নতুন ফকিৰজনে পুলিচৰ পোছাকটো পিন্ধি ক'লে—"বুজিছা বাবাজী! তুমি ৰেলৰপৰা পলোৱাৰপৰাই মই ঘূৰিছোঁ। আজি মোৰ চেষ্টা সফল হৈছে। মই পুলিচৰ চোৰাংচোৱা।"

পুলিচে বিমলক ধৰি তেজপুৰ থানালৈ লৈ গ'ল।

বৰ গছজোপাৰ তলৰ কাঠ-বাঁহবোৰ, নানা ফল-মূলবোৰ ৰাতিৰ আন্ধাৰৰ মাজত পৰি থাকিল। ৰাতিপুৱা গাঁৱত খবৰ ওলাল ফকিৰ পলাল।

## ॥ উনৈশ ॥

মিৰিটোৰ ঘৰত সদায় থকাটো মিঃ দাসে পছন্দ নকৰিলে। তেওঁ এদিন কামৰপৰা ঘূৰি আহি মিৰিটোক ক'লে—"তাৰে মই আৰু তোমাৰ ঘৰত থাকিবলৈ বৰ টান পাইছোঁ। যদিও তুমি মোক খুব

মৰম চেনেহ কৰিছা। মই আজি ৰাতিটো থাকি কাইলৈ ৰাতিপুৱা যাবলৈ ইচ্ছা কৰিছোঁ।"

"তই যদি যাবলৈ ওলাইছ মইনো আৰু তোক কেনেকৈ ৰাখিম! তই আকৌ মোক বেয়া নাপাবি দেই ভাৰৈ।"

"কেতিয়াও নাপাওঁ।" দাসে ক'লে।

ৰাতি পুৱাল। দাসে আগৰদৰেই নেপালীটো হৈ মিৰিগাঁওখনি অতিক্রম কৰি যাবলৈ ধৰিলে। হাবিতলৰ সৰু সৰু লুংলুঙীয়া বাট-বিলাক। কেতিয়াবা তেওঁৰ ভয় লাগে। হাবিৰ মাজে মাজে অ'ত ত'ত বাস কৰা মানুহবোৰ পাই তেওঁ ভাবে—এই মানুহবোৰনো ইমান হাবিৰ মাজত কেনেকৈ থাকে? তাৰ উত্তৰ তেওঁ এৰকো নাপায়। আকৌ যাবলৈ ধৰে, এটা ওখবাট তেওঁ দেখে। তাৰ কাষত ফলি এখনত লিখা আছে 'নৰ্থ লক্ষীমপুৰলৈ'। উপযুক্ত ঠাই ভাবি তেওঁ বাটে বাটে যাবলৈ ধৰিলে। সৰু সৰু দলংবোৰ, অকোৱা-পকোৱা নানা ধৰণৰ বাটবোৰ তেওঁ অতিক্রম কৰে।

সন্ধ্যা লাগিল। সৰু নগৰখনত তেওঁ উপস্থিত হ'ল।

মানুহ এঘৰলৈ গৈ তেওঁ পদূলি মুখত থিয় হ'ল। এগৰাকী ছোৱালী গধূলি এনেয়ে ইফাল-সিফাল কৰি আছিল বাহিৰতে। ছোৱালী গৰাকী দাসৰ চিনাকি যেন লাগিল। কলেজত যেন পঢ়িছিল ছোৱালীজনীয়ে! দাসে জপনাখন খুলি ভিতৰ সোমাই গ'ল। বাহিৰত কুৰি কুৰা ছোৱালীজনীৰ ওচৰ চাপিল। সঁচাকৈয়ে তেওঁৰ চিনাকি ছোৱালী মীৰা। গুৱাহাটীত পঢ়িছিল।

"আইদেউ!" দাসে মাতিলে।

"কি লাগে তোক?"

"মই আজি ৰাতিটো আপোনালোকৰ এই আলহী ঘৰটোৰ মুখতে পৰি থাকিব পাৰিম নে?" দাসে সুধিলে। দাসৰ মাতটো মীৰাৰ পৰিচিত যেন লাগিল। নেপালী বেশটো দেখি সন্দেহ হ'ল।

"ক'ৰপৰা আহিছা তুমি?" মীৰাই সুধিলে।

"মোৰ ঘৰ নগাঁৱত।"

"কিয় আহিলা ইয়ালৈ ?"

"মোৰ ভাই এটা পলাই আহিছে। তাকে বিচাৰিবৰ কাৰণে আজি এইখিনি পাওঁহি। শুনিছোঁ ইয়াতে আছে ক'ৰবাত।"

"তুমি খুব ভাল অসমীয়া কৈছা। অসমত কিমান দিন আছা তুমি ?"

"মোৰ জন্ম অসমতে।"

কথাবোধাৰ লগে লগে মীৰাই লক্ষ্য কৰিছে মিঃ দাসৰ মুখৰ চেহেৰাটিলৈ। তেওঁ যেন মুখটো কিবা এটা চিন পাইছে !

"ৰাক থাকিবা আজি। আমাৰ দেউতাও নাই। একালে গৈছে। তুমি ইয়াতে বহা।" মূঢ়া এটা দেখুৱাই মীৰাই ক'লে।

দাসে মূঢ়াটো টানমাৰি আলহীঘৰটোৰ বাৰান্দাতে বহিল। মীৰাই ভিতৰলৈ গৈ মাতিলে—"অ' বো !"

"কি অ'" মাকে পাকঘৰৰপৰা সুধিলে।

"এজন আলহী আহিছে। চাউল চুটামান সৰহকৈ বহাবি অ'।"

"ক'ৰ আলহী ?"

"ৰাক তোক পিছত কম। মই চাহ এটোপা দি লওঁ।"

অলপ পিছতে মীৰাই বাটিতে চাহ এটোপা নি দাসক দিলেগৈ। তোকত আঁতুৰ হৈ থোৱা দাসে বৰ হেঁপাহেৰে চাহকণ খালে।

"সান্দহ চুটামান দিম নে ?"

"আইদেউৱে কষ্ট নাপালে খাব পাৰোঁ।"

"কষ্ট কিহৰ" বুলি মীৰাই অলপ গুড় সান্দহ আনি দাসৰ আগত দিলে। দাসে জলপান খাবলৈ ধৰিলে। মীৰাই ক'লে—

"সভ্য পৰিচয় নাপালে আলধৰাত ত্ৰুটী হ'লে আমি জগৰীয়া নহয়।"

কথাষাৰ শুনি দাসৰ অন্তৰৰপৰা খুব জোৰেৰে এটা হাঁহি ওলাই আহিব খুজিছিল। কিন্তু ধৰা পৰাৰ ভয়ত কথাবোৰ হুবুহুৰ তাত ধৰি মনে মনে থাকিল।

"সত্য পৰিচয় পালে ভাল পাওঁ। ভয়ৰো কাৰণ নাই।" মীৰাই দাসক আকৌ ক'লে।

"মই এটা নেপালী। গাখীৰৰ কাৰবাৰ কৰি জীৱন নিৰ্বাহ কৰোঁ। ঘৰ নগাঁৱত। নাম গোপাল সিং।"

দাসে একেবাৰে কৈ যোৱা কথাবোৰ শুনি মীৰাই হাঁহি ৰাখিব নোৱাৰি ঢেকুঢেকুকৈ হাঁহি দিলে।

"আইদেউ কি হ'ল? দিগদাৰ পালে যাওঁগৈ।" দাসে ক'লে।

"নাই পোৱা, কেতিয়াও নাপাওঁ। থাকক! কিন্তু আলহীঘৰৰ বাৰান্দাত নহয়, ঘৰৰ ভিতৰতহে।"

"মাফ্ কৰিব। ইয়াতে এমুঠি ভাত দিয়ক যদি পাৰে নহলেও নাই। কাইলৈ পুৱা ইয়াৰপৰা যাম।"

"চেহেৰাত, কথাবাৰ্তাত, মাতত আপুনি যেন মোৰ পৰিচিত।" মীৰাই ক'লে।

"আপুনি নগাঁৱত দেখিছিল চাগে, ক'ৰবাত গাখীৰ দিওঁতে।" দাসে ক'লে।

আপুনি পুলিচৰ ইন্সপেক্টৰ হৈছিল নহয় দাস?" মীৰাই ক'লে।

দাসৰ মুখত স্বৰগ ভাগি পৰিল। তেনেতে মীৰাই আকৌ ক'লে—

"ভয় নকৰিব দাস। আপোনাক ধৰাই দি পাঁচশ টকালৈ চৰকাৰক সুখীয়া কৰিবৰ ইচ্ছা নাই। আপোনাৰ কোনো ভয় নাই। আপুনি দেশপ্ৰেমিক। আপোনাক ৰক্ষা কৰিবৰ কাৰণে প্ৰাণ দিবলৈকো কুণ্ঠিত নহওঁ। আপুনি যে দয়া কৰি দুখীয়াৰ ঘৰত ভৰি দিলে তাৰবাবে ধন্যবাদ।"

"মিছ্ বৰুৱা! এই মুহূৰ্তত মোৰ জীৱন আপোনাৰ হাতত। ধৰা পৰিলে শাস্তি হ'ব প্ৰাণদণ্ড। সেইকাৰণে আজি ইমান দিন, ইমান কষ্ট কৰিও জীৱন ধৰি আছোঁ। কেতিয়া কংগ্ৰেছ গৱৰ্ণমেণ্ট প্ৰতিষ্ঠা হয় তাক লক্ষ্য কৰি। আপুনি যেন মোৰ পৰিচয় আনকি আপোনাৰ মাককো জানিবলৈ নিদিয়ে।"

"ভয় নকৰিব। ভাবি লব এইখন আপোনাৰ নিজা ঘৰ। ক্ষ.গুলি মোক কলেজত কৰা উপকাৰৰ কথা জীৱনত নাপাহৰোঁ।"

"সেইবোৰ অতীত কাহিনী। এতিয়া সেইবোৰ কথা ভাবিবৰ আৱশ্যক নাই। মোৰ জীৱন বিপদাপন্ন। যদি ভাত হ'ল ছুটামান খাই খন্তেক শুই আকৌ যাওঁগৈ।"

দাসৰ কথামতে মীৰাই কথাটো কাকো জানিবলৈ নিদি খাবৰ কাৰণে আৰু শুবৰ কাৰণে সুবিধা কৰি দিলে। ৰাতিটো পাৰ হওক বুলি দাসে ঈশ্বৰক খাটি পৰি থাকিল। ৰাতি পুৱাল। মীৰাই আনি চাহ দিলে। চাহ ভাত খাই দাস আহি মটৰ ষ্টেচন পালেহি। মটৰত উঠি গহপুৰলৈকে যোৱাৰ সিদ্ধান্ত কৰি তেওঁ টিকট এটা কিনিলে। নৰ্থট্ৰাঙ্ক ৰোডেদি মটৰ চলি গ'ল।

সেইদিনাৰ ৰাতিটো গহপুৰত কটাই পিছদিনা দাসে খোজ কাঢ়িয়েই যাওনা হ'ল। গধূলি পৰত তেওঁ বিহপুৰ পালেগৈ। বিহপুৰৰ গাঁৱৰ মাজত এনেয়ে ইফাল সিফাল কৰি ঘূৰি ফুৰোঁতে তেওঁৰ কাণত 'বন্দে মাতৰম্' এটা ধ্বনি পৰিল। তেওঁ এনেয়ে সেইফালে আগবাঢ়ি গ'ল। ছুজনী ছোৱালীৰ পিছে পিছে এটা সমদল নামঘৰটোৰ ফালে আগবাঢ়ি আহিছে। দাসে নামঘৰৰ ফালে অলপ আগবাঢ়ি গ'ল। নামঘৰত থকা জনতাক লক্ষ্য কৰি তেওঁ নামঘৰৰ দুৱাৰ মুখত থিয় হৈ ৰ'ল। ছোৱালী ছুজনীয়ে কিবা কিবি কথাকোৱা দাসে শুনিলে।

হঠাৎ অনিমাৰ বাহিৰত বৈ থকা নেপালীটোলৈ চকু পৰিল।

"অকণা" অনিমাই ক'লে "চোৱাচোন সেই নেপালীটোৱে আমাৰ ফালে কেনেকৈ একেথৰে চাই আছে।"

"কি লাগে সোধাচোন।"

এজনী সৰুছোৱালী আগবাঢ়ি গৈ সুধিলে "কি লাগে তোমাক ?"

"একো নালাগে। তোমালোকৰ কথা শুনিছোঁ।" কথাবাৰৰ

লগে লগে দাসৰ চকুৰপৰা ছটোপালমান চকুলো ওলাই আহিল। সক ছোৱালীজনীয়ে কথাটো লক্ষ্য কৰিলে। তাই গৈ ক'লে—

"সি দেখোন কথা সুধিলত কান্দিলে।"

"কোনোবা পগলা হ'ব পায়। ববা, মই যাওঁ বাক।" অনিমা আগবাঢ়ি আহিল। মুখখন যেন চিনাকি। মিঃ দাসে একেথৰে অনিমাৰ মুখলৈ চাই থাকিল।

"অৰুণা এইফালে আঁহা।" অনিমাই মাতিলে।

"অ-ৰু-ণা" দাসৰ মুখৰপৰা ওলাই পৰিল। অৰুণা আহি ওচৰ চাপিল। দাসে অৰুণাৰ ফালে চাই ৰ'ল। দাসৰ মুখখন অৰুণাৰ চিনো চিনো লাগিল। আকৌ দাসৰ চকুৰপৰা কেইটোপালমান চকুপানী সৰি পৰিল।

"আজিলৈ সভা ভঙ্গ।" অৰুণাই ক'লে। সমদলটো লাহে লাহে নামঘৰৰপৰা ওলাই গ'ল।

"আপুনি দাস?" অৰুণা অলপ ওচৰ চাপি গৈ সুধিলে।

"তোমালোক ইয়াত কিয়? তোমালোক কোন?" খুউব ধীৰে ধীৰে অচিনাকি ভাবেৰে সুধিলে দাসে।

"মই অৰুণা।" তলমুৰ কৰি অৰুণাই ক'লে।

"অৰুণা তুমি ইয়াত।" অৰুণাৰ বাহুছটাত ধৰি লাহেকৈ জোকাৰি সুধিলে দাসে।

"ইয়াত। আমি বহিষ্কৃত।" অনিমাই ক'লে।

"উস্ ভাগ্য!" দাস বহি পৰিল।

দাসে অৰুণাহঁতৰ অনুৰোধত নামঘৰৰ ভিতৰলৈ সোমাই গ'ল। গধূলি খাই উঠি অৰুণাহঁত আটাইবোৰ বহিল বাহিৰতে।

"আপুনি ইমান কষ্টত কালযাপন কৰিছে।" অৰুণাই ক'লে।

"কেৱল তোমাৰ নিমিত্তে অৰুণা। নহলে পাপাত্মা পুলিচক ধৰাই দি মোৰ জীৱন কেতিয়াবাই শেষ কৰিবৰ ইচ্ছা আছিল।"

"আপুনি যে হঠাতে ইয়াত আহি ওলাবহি সেয়া আমাৰ ক্ষয়ৰো

অগোচৰ। আপোনাৰ বাবে কিমান চিন্তা কৰি আছোঁ। বহুত বিপদৰ সন্মুখীন হৈছোঁ। তথাপিতো আপোনাৰ চৰণ চিন্তি অপেক্ষা কৰি আছোঁ আকৌ লগ পোৱাৰ বুলি।"

অনিমা ভিতৰলৈ উঠি গ'ল আৰু অৰুণাই মাখোন এবাৰ দাসৰ চকুলৈ চালে।

"এয়ে হয়তো আমাৰ শেষ ৰাতি।"

"কিয় ?"

"কেনেবাকৈ ধৰা পৰিলে মোৰ জীৱন নাথাকে। মৰাৰ আগতে যে তোমাক এবাৰ দেখা পালোঁ, তাৰ বাবে ভগৱানক শতকোটি ধন্যবাদ।"

"তেনেকৈ কিয় কয় ?"

"মই জানো মিছা কৈছোঁ ?"

"নহয় যদিও হয়।"

"কেনেকৈ ?" দাসে সুধিলে।

"যদি আকৌ কংগ্ৰেছ গৱৰ্ণমেণ্ট প্ৰতিষ্ঠা হয়, তেন্তে আপুনি নিশ্চয় মুক্তি পাব বুলি বিশ্বাস।"

"পাবই। মই তাতি কওঁ।"

"সৌটো কোন ?" হঠাৎ দাসে দূৰত মানুহ এটা দেখি অৰুণাক দেখুৱাই।

"সেইজন মানুহক আপুনি চিনি নাপায়।" অৰুণাই জোনাক ৰাতি মানুহজনক চিনি পাই কৈ উঠে। "মই আজি বিপদত পৰিছিলোঁ। ভাগ্যে ভগৱানে আপোনাক মোৰ ওচৰলৈ আনি দিলে।"

"ক'ৰ মানুহ ?"

"সেইজনক মই এদিন অপমান কৰিছিলোঁ। বাৰু বলক ভিতৰলৈ যাওঁ।"

অৰুণা গৈ নিজৰ বিছনাত শুই পৰে। দাসে খন্তেক ৰহি কটাই।

বাতি পুৰাল। দাসে সেই নেপালী বেশেৰে বাবলৈ ওলোৱা দেখি অনিমাই ক'লে—"অৰুণা! আমাৰ বিপদ দিনে দিনে ওচৰ চাপিছে আহিছে। মই আৰু ইয়াত থাকিবলৈ ইচ্ছা কৰা নাই। তুমি কালি কোৱা কথাটো যদি সত্য হয় তেনেহলে তেওঁ আমাৰ কিবা এটা অপকাৰ কৰিম বুলিয়েই আহিছে। দাসক দেখা নোপোৱা হলে হয়তো দিগ্‌দাৰ লগালেহেঁতেন।"

"এখেতৰ সহায় লৈয়েই আমি বাহুত উঠি তেজপুৰলৈ যাওঁগৈ।" অৰুণাই ক'লে। "আপুনি আমাক লৈ যাব লাগিব।"

"মই তোমালোকক লগত নিলে কিজানি বিপদত পৰিব লগা হয়!" দাসে ক'লে।

"নপৰে। ঈশ্বৰে ৰক্ষা কৰিব।"

মটৰত উঠি অৰুণাহঁত আহি তেজপুৰত নামিলহি। এটা মুটীয়াৰ দৰেই দাসে তেওঁলোকৰ চুটকেচ দুটা মূৰত তুলিলৈ অৰুণাহঁতৰ মোমায়েকৰ ঘৰত উপস্থিত হ'ল।

মিঃ দাস অৰুণাহঁতৰ নেপালী গেট চকিদাৰ।

এটা বছৰ পাৰ হৈ গ'ল।

## ॥ বিশ ॥

গোটেই ভাৰতত্তে হোৱা গণআন্দোলন দমন কৰা বৃটিছৰ অসম্ভৱ হৈ উঠে। বিপ্লৱীসকলক হোৱাই মোহোৱাই জেলত ভৰোৱাৰ বাহিৰে তেওঁলোকৰ আন উপাই নাছিল। বিমলক তেজপুৰত ধৰা হ'ল। তাতেই তেওঁৰ বিচাৰ আৰম্ভ হ'ল। বিচাৰত ৰায় দিলে অনিৰ্দিষ্ট কাললৈ সশ্ৰম কাৰাদণ্ড। আঠদিন তেজপুৰ

জেলত বখা হ'ল। হঠাৎ তেওঁ এদিন গম পালে তাবপবা তেওঁক বদলি কবা হৈছে। এজন দাবোগা, কেইজনমান চিপাহী সোমাই গ'ল। এটা খুন কবা দাবীব দবে তেওঁক ধৰি লগোৱা হ'ল।

"মই পলাই যোৱাব ভয় কৰিব নালাগে দাবোগা চাহাব।"

"নালাগে—মইনা মাতেবে লৈ যাব লাগে, নহয়? ইমান দিন পলাই থাকি ধবা পৰিছা, এতিয়া আকৌ গুচি যোৱা, আমি মৰো।" দাবোগাই ক'লে। বিমলে একো নামাতিলে। আগে আগে অহা চিপাহীটোব তত্বাবধানত তেওঁ আছি আকৌ গণেশঘাটত নাৱত উঠিল। নাৱবিয়াব বঠাব কোবত নাও উজাই আহিল।

"যোবহাট নগব" বিমলে শুনিলে। আগেয়ে তেওঁ যোবহাট দেখা নাছিল। নগবখন বাটে বাটে ৰাওঁতে চাই গ'ল।

"ববতেটা জেইল।" প্ৰকাণ্ড লোহাব দুৱাবখন মেলি তেওঁক সুমুৱাই দিলে। অসংখ্য দেশনেতা যোবহাটত আটক হৈ আছে। তেওঁব বেচ ভাল লাগিল। তেজপুবতকৈ যোবহাটত অলপ সুখ যেন অনুমান কৰিলে।

"মই এনেকুৱা অসুখত এইবোৰ ভাত নাখাওঁ।" এজন বিপ্লৱীয়ে বান্ধনীটোক ক'লে। সি গৈ জনালে জেইলাবটোক। তাত থকা কংগ্ৰেছ কৰ্মীবোবে গুজৰি উঠিল—"অসুখীয়াক ভাল অহাব দিব লাগে।" গোটেই যোবহাট জেলব ভিতবত হুলস্থুলব সৃষ্টি হৈ পৰিল। জেইলাবে হুকুম চলাই দিলে—"লাঠি চলাই দে।" তেতিয়া বন্দী হৈ থকা কংগ্ৰেছ কৰ্মীবোবব কোনোৱে ভাত খাই আছিল, কোনোৱে শুই মেলি আছিল, কোনোৱে আকৌ নানান বৰণব আলোচনা কৰি আছিল। সোধ নাই, পোচ নাই এজন গোৰ্খা পুলিচে যাকে য'তে পালে একাশবপবা গক মৰিবা দিলে। কোনোব হাত ভাগিল, কোনোব মুব কাটিল।

বিচাব আবম্ভ হ'ল। জেইলাবে বিবৃতি দিলে ইইতে জেইলব বববোবত জুই লগাবলৈ যত্ন কৰিছিল। বিচাব দিচ্‌মিছ্‌।

জেলত হোৱা ঘটনাই গোটেই দেশত তোলপাৰ লগালে। উমি উমি জ্বলি থকা বিদ্ৰোহৰ কুইকুৰা হঠাৎ আকৌ দপ্‌দপ্‌ কৰি জ্বলি উঠিল। জেলৰ ঘটনাৰ বিবৃতি পাই দাসৰ হিয়া খৌকি বাখৌ হ'ল। তাহাঁনিৰ পুলিচৰ জীৱনৰ কথাবিলাক তেওঁৰ মনলৈ আহিবলৈ ধৰিলে।

তেওঁ বাতৰি কাকতত মনে মনে চকু ফুৰালে। ইংৰাজী, অসমীয়া আৰু আন আন সকলো কাকততে। তাত থকা ছবি, তাত থকা বাতৰিয়ে তেওঁৰ মনলৈ এটা বিদ্ৰোহী ভাব আনি দিলে। পুলিচক ধ্বংস কৰিম, বৃটিছক ধ্বংস কৰিম, দেশ স্বাধীন কৰিম বুলি তেওঁ আকৌ প্ৰতিজ্ঞা কৰিলে।

লাহে লাহে ৰাতি হৈ আহিল। দাসে খাবৰ কাৰণে অৰুণাই আনকালৰ দৰেই খোৱাবস্তু লৈ আহিল। অৰুণা আহি দাসৰ ওচৰ পোৱাত তেওঁৰ বিদ্ৰোহী মনটো আৰু বিদ্ৰোহী হৈ উঠিল। দাসে ক'লে—"অৰুণা! মোৰ অসহ্য হৈ আহিছে। মোৰ যেন জীৱনবো বেছি দিন বাকী নাই! চোৱাচোন এই কুলাঙ্গাৰহঁতে হাজোতত থকা কংগ্ৰেছী লোকসকলক কেনেদৰে নিৰ্মম ব্যৱহাৰ কৰিছে। মোক তুমি ক্ষমা কৰিবা অৰুণা মই আৰু ইয়াত নাথাকোঁ। আজিয়ে যোৰহাটলৈ যাম। তাত হোৱা ঘটনাবোৰৰ আতি-গুৰি সকলো লম। তাৰ পিছত মোৰ কৰিবলগীয়া কামবিলাকৰ তাতে কি হয় কৰিম।

"আপুনি কিন্তু এই সময়ত আঁতৰি যোৱা বৰ ঠিক নহব যেন পাইছোঁ! কাৰণ আপোনাৰ পিছত চোৰাংচোৱা ঘূৰিবই লাগিছে। গতিকে মই যাবলৈ মানাহে কৰিব খুজিছোঁ।"

"নহয় অৰুণা মোক আৰু বাধা নিদিবা। মই আজি ৰাতি ইয়াৰপৰা যাম। তোমালোক সাৱধানে থাকিবা। যদি ঈশ্বৰে নামাৰি জীয়াই ৰাখে তেন্তে আকৌ দেখা হ'ব।"

দাসে ভাত-পানী খালে। অৰুণা আৰু অন্যান্য সকলৰপৰা বিদায়

লৈ পিছফালা বাটি ক'ত পুৱাল, ক'ত দুপুৰালতে উঠি ভাগিবা আঁতৰি গ'ল।

দাস আহি যোৰহাট পালেহি। ক'লৈ যাব কি কৰিব ভাবি কাছাৰিৰ আগতে ইফাল সিফাল কৰি অলপপৰ পিছতে এখন চাহৰ দোকানত সোমাল। যোৰহাটৰ ঘটনাৰ বিষয়ে জানিবলৈ তেওঁ দুই-চাৰিজন ভদ্ৰলোকৰ লগত কথাও পাতিলে। এইদৰে অলপ দেৰি থকাৰ পিছত কেইজনমান সশস্ত্ৰ পুলিচ আৰু এজন দাৰোগা দোকানখনলৈ সোমাই আহি দাসৰ হাতখনত ধৰি ক'লে—"ধন্যবাদ দাস। আজি ইমান দিনৰ মূৰত আপুনি ধৰা দিলে। আপুনি হয়তো জনা নাছিল যে আপুনি থকা তেজপুৰৰ সেই মানুহঘৰত ময়ো চাকৰ কৰি থকা তিনিমাহ হ'ল।"

দাসৰ বুকুখন চিৰিং কৰি গ'ল। তেওঁ দাৰোগাজনৰ মুখৰফালে চাই চিনি পালে যে তেৱেঁই অৰুণাৰ মোমায়েকৰ ঘৰৰ নতুন চাকৰ ৰূপেশ্বৰ।

"ধন্যবাদ।" দাস ক'লে। "মোৰ বাবে তেন্তে আপুনি লোকৰ ঘৰত মেখেলা ধোৱা কামো কৰিব লগা হ'ল। নিশ্চয়—বিদেশীৰ গোলাম কৰে যেতিয়া দেশী মানুহৰ ঘৰত গোলাম কৰাটো কোনো বেয়া নহয়! নহয় জানো?"

"আৰু বেছি কথা ক'লে ভাল নহ'ব।" দাৰোগাজনে ক'লে।

"বেছিনো কি ক'ব লাগিছে দাৰোগা চাহাব! মোৰতো শেষ পৰিণতি কি জানিয়েই থৈছোঁ। গতিকে জীৱনলৈ আৰু মমতা নাই। ভাগ্যে মোৰ হাতত আজি কোনো মাৰণাস্ত্ৰ নাই; থকা হ'লে⋯।"

"এই ইয়াক ততালিকে ইয়াৰপৰা লৈ যা।" দাৰোগাৰ হুকুম মানি ততালিকে দাসক তাৰপৰা লৈ যোৱা হ'ল। কাছাৰীৰ ভিতৰত থকা গৰালটোলৈ। নিজৰ ভাগ্যক ধিয়াই দাস বহি থাকিল, সেই গৰালটোতে।

## ॥ একৈশ ॥

পিছদিনাৰ কাগজত ডাঙৰ ডাঙৰ আখৰেৰে ছপা হ'ল—"পলাতক আচামী গ্ৰেপ্তাৰ।" তাৰ তলত দিলে দাসক ধৰা বিৱৰণটো। বৃটিছ চৰকাৰৰ দানা-পানী খাই জীয়াই থকা কাগজবোৰে কথাটো বৰ উৎসৱ যেন পালে। লগে লগে গোটেই অসমত এই বাতৰি বজন-জনাই গ'ল। বাতৰি কাগজখন পাই অৰুণাৰ চকুপানী হো হো কৈ পৰিল। কোনেও নেদেখাকৈ যিমান পাৰে কান্দিলে। তাৰ পিছত তেওঁ বৰ আগ্ৰহেৰে বাট চাই ৰ'ল বিচাৰৰ শেষ তাৰিখলৈ।

বিচাৰ হ'ল। অৰুণাৰ বুকুত এচটা শিলে মৰাৰদৰে আঘাত কৰি বাতৰি কাগজখনে খবৰ দিলে—দাসৰ ফাঁচীৰ হুকুম দাসে নিজমুখে স্বীকাৰ কৰিছে সকলো কথা। তেওঁ কৈছে—মই কাপুৰুষ নহয়, ভীৰু নহয় যে মোৰ জীৱনৰ বাবে মমতা দেখুৱাম। আজিও মই এপাট ভাল অস্ত্ৰ পালে……। "অহা ১৭ তাৰিখে ফাঁচীৰ দিন ধাৰ্য কৰা হৈছে।"

১৭ তাৰিখে গোটেই যোৰহাট জেলত তল ওপৰ। তাত থকা কংগ্ৰেছকৰ্মী সকলৰ মনমৰা। কাৰো মুখত এষাৰ মাত নাই, কাৰো মুখলৈ পানী এটোপা যোৱা নাই। চৰকাৰী মহলত কিন্তু আনন্দৰ পাৰ নাই। যেন এটা প্ৰকাণ্ড বাঘহে তেওঁলোকে গুলিয়াই মাৰিব খুজিছে! দিন পাৰ হৈ গ'ল। লাহে লাহে ৰাতি হ'ল। এঘণ্টা, দুঘণ্টাকৈ সময় পাৰ হৈ গৈ ৰাতি বাৰটা বাজিল। জেইলাৰ আৰু দুজন সশস্ত্ৰ পুলিচ দাস থকা গৰালটোলৈ সোমাই গ'ল। লাহে লাহে দাসক মাত দিলে। দাস সাৰ পাই আছিল জীৱনৰ শেষ সময়কণৰ কথা ভাবি। ঈশ্বৰক চিন্তা কৰি।

তেওঁ উঠি বহিল। তেওঁক হাতত ধৰি লৈ অহা হ'ল এটা বেলেগ কোঠালৈ। তাত জেইলাৰ, প্ৰধান চিকিৎসক আৰু জজ চাহাব বহি আছিল। দাস আহি পোৱাৰ লগে লগে জজে ক'লে—"মিঃ দাস! আপুনি দেশদ্ৰোহী অপৰাধত দোষী সাব্যস্ত হৈছে আৰু আপুনি নিজৰ দোষ নিজে স্বীকাৰো কৰিছে। গতিকে আজি এটা বজাত আপোনাক প্ৰাণদণ্ড দিয়া হ'ব'। এতিয়া চাৰে বাৰ বাজিছে; আৰু মাথোন আধাঘণ্টা বাকী।

আপোনাক ৰক্ষা কৰিবৰ কাৰণে আমাৰ দয়ালু চৰকাৰে অনেক যত্ন কৰিলে; কিন্তু কৃতকাৰ্য নহ'ল। এতিয়া আপোনাৰ শেষ কথা কিবা কবলগা থাকিলে কব পাৰে।"

জজ চাহাবৰ কথাকেইষাৰ শুনি মৰণৰ ছাঁয়াৰ মুখত বৈ থকা দাসৰ হাঁহি উঠিছিল। "দয়ালু চৰকাৰ", "ৰাখিব নোৱাৰিলে", "দেশদ্ৰোহী" এই কথাকেইষাৰ দাসৰ বুকুত বাৰকৈয়ে বাজি গ'ল। আন সময়ত হোৱা হ'লে তেওঁলোকক দাসে বাৰকৈয়ে এবাৰ শুনাই দিলেহেঁতেন; কিন্তু মৃত্যুৰ আধাঘণ্টাৰ আগত কোনো কাজিয়াৰ সৃষ্টি কৰাতকৈ ঈশ্বৰৰ নাম লোৱাই ভাল হ'ব বুলি দাসে ভাবি ল'লে।

তাৰ পিছত দাসক এটা কোঠালৈ লৈ যোৱা হ'ল। দাসে দেখিলে এটা দ গাঁত। তাৰ ওপৰত এচটা কাঠ। ওপৰত এটা বাটি আৰু তাৰপৰা ওলমি আছে এডাল খোৰোহা গাঠি দিয়া ৰছি। দাসে শুনিছে সেইডাল হেনো মম ঘঁহি 'সেফুন' যেন পিছল কৰি ৰাখে। দাসে ভাবিলে এডাল ৰছি, এটা গাঁত আৰু এচটা কাঠ। কিমান জীৱন যে শেষ কৰিছে ই!

দাসৰ কাষে এটা মানুহ আগবাঢ়ি আহিল। এটা কলা মোনা মূৰৰ কালৰপৰা দাসৰ গাত পিন্ধুৱাই দিলে। কঁচাকাঠখন যেন দাসৰ চকুৰপৰা ততালিকে লুকাই পৰিল!

কাঠচটাৰ ওপৰত দাসক থিয় কৰোৱা হ'ল। পিছল ৰছি ডাল

দাসৰ ভিত্তিত লগাই দি চিপটো অলপ টানি দিয়া হ'ল। তাৰ পিছত এক মিনিট অপেক্ষা কৰা হ'ল।

বাস্তি এটা বজাৰ ঘণ্টা পৰিল। তাৰ লগে লগে দাসৰ ভৰিৰ তলত থকা কাঠচটা আঁতৰ হৈ গ'ল। এটা ডাঙৰ জোকাৰ মাৰি গাঁতটোলৈ দাস খহি পৰিল।

পাছদিনা বাস্তিপুৰা খবৰটো পাই অৰুণা অচেতন হৈ পৰি গ'ল। দূৰণীত কোনোবাই যেন বিষ্টিয়াই গাই গৈছে—"তেজেৰে বলিশাল যামে বোলাই···।" সেই বেদনাময় ছন্দৰ গানত ভাৰতবৰ্ষ কঁপি উঠিল। হিমালয়ত শুনা গ'ল গিৰিবিং···গিৰিবিং শব্দ, ভাৰত মহাসাগৰত দেখা গ'ল প্ৰলয়ঙ্কৰ উৰ্মিমালাৰ তাণ্ডৱ নৃত্য।

